# দুসুঁতি মুখৰ ঘাট

সঙ্কলন

শ্ৰীকেশৱানন্দ দেৱ গোস্বামী

শ্ৰীহৰেন্দ্ৰ দেৱ গোস্বামী, এম. এ.



নিউ বুক ষ্টল

গুৱাহাটী ঃ অসম

প্ৰকাশক ঃ

শ্ৰীৰত্নেশ্বৰ দত্ত
নিউ বুক ষ্টল
গুৱাহাটী ঃ অসম

প্ৰথম প্ৰকাশ—১৯৬৩

মূল্য—ছুই টকা

মুদ্ৰাকৰ ঃ

শ্ৰীগৌৰচন্দ্ৰ পাল
নিউ শ্ৰীতুৰ্গা প্ৰেছ
২।১, কৰ্ণওৱালিছ ষ্ট্ৰীট,
কলিকতা—৬

# আগজাননী

প্ৰায়বোৰ আমাৰ কলেজীয়া ছাত্ৰ জীৱনৰ সোঁৱৰণ; সেইবাবে প্ৰায়বোৰতেই তেনে এটা পৰিবেশ আৰু আবহাওৱাৰ উপলব্ধি হয়তো পঢ়োঁতাই কৰিব। দৈনিক কাকতত লিখাৰ বাবে স্থায়িত্বৰ মূল্যবোধ সম্ভৱ ৰচনাবোৰৰ নাছিল। তাগিদ দিয়াতেই লিখিবলৈ বাধ্য হৈছিলোঁ। কাৰণে কাকতৰ সম্পাদক, বিশেষকৈ তিলক কাকতীৰ নামটো কব লাগিব। গোটেই গল্পবোৰ লিখাত উপলক্ষ্য থকাৰ দৰে ভিতৰৰ চৰিত্ৰাঙ্কনত কিন্তু তেনে একো নাই বুলি একে আষাৰেই কৈ থৈছোঁ। সেইবোৰ কাৰোবাৰ গাত মিলিলে মই দায়ী নহওঁ। সৰু দাদাৰবোৰৰ ক্ষেত্ৰত এই কথা অৱশ্যে যোৰেৰ ক'ব নোৱাৰো। আমাৰ মৰমৰ ভতিজা হাকিম প্ৰফুল্ল মহন্তই তুটামানৰ নামকৰণ কৰিছে। মোৰ গল্পবোৰৰ গুৰিত এচাম বন্ধু-বান্ধৱ জড়িত আছে; গতানুগতিকতা হলেও লক্ষ্মী মহন্ত, তৰুণ বৰঠাকুৰ, ৰাণা (কৃষ্ণ ভুঞা) দিগেন মহন্ত, পুতু (চফিফফুৰ ৰহমান) নৰেন চৌধুৰী, মৰ্জিয়ানা এচ্ বেগম আৰু চাৰু ৰায় চৌধুৰী—এই আঠজনৰ নাম কেইটা উল্লেখ কৰিবলৈ বাধ্য হৈছোঁ।

মাথোন শান্তিদূতত কেৱল দেওবাৰে প্ৰকাশ হোৱাসমূহৰ কেইটিমানহে ইয়াত সন্নিবিষ্ট কৰা হৈছে। সংস্কৰণ যেতিয়া

সংস্কাৰৰ হাত বুলনি মাজে মাজে ক'ৰবাত পৰাটো স্বাভাৱিক ; কিন্তু স্থূল হস্তাৱলেপেৰে মধুৰ অতীত অপৈণত হলেও বৰ্ত্তমানৰ পটভূমিত আৰু বাঞ্ছা নাই। প্ৰসঙ্গত উল্লেখ কৰা কেউটা গানেই মোৰ লিখা, আকাশবাণী গুৱাহাটীৰ দ্বাৰা গৃহীত। কিতাপখনি প্ৰকাশ কৰি উলিওৱাৰ বাবে প্ৰকাশ প্ৰতিষ্ঠানৰ মালিক শ্ৰীযুক্ত ৰত্নদত্তৰ ওচৰত কৃতজ্ঞ ৰলোঁ।

বালিসত্ৰ-চেপ্তেম্বৰ ১৯৫৯
( নগাওঁ, অসম )

কেশৱানন্দ দেৱ গোস্বামী
লেখকদ্বয়ৰ হৈ।

## ইয়াত আছে—

—কেশৱানন্দ দেৱ গোস্বামীৰ—

১। অকালবোধন
২। স্বৰূপ
৩। মৰহাস্মৃতি
৪। অজ্ঞাতনামা
৫। নীলাচল নৃত্য সঙ্ঘ
৬। শেঁতা সান্দ্বিয়াৰ এপিঠি
৭। প্ৰতিশোধ
৮। অৰিষ্টকেশী
৯। সম্পাদকলৈ চিঠি
১০। প্ৰেমৰ কলেজ
১১। মঙ্গলী বাই

—হৰেন্দ্ৰ দেৱ গোস্বামীৰ—

১২। হাতীত উঠি পানীৰাম ঘৰলৈ যায়
১৩। পাগলৰ শ্ৰীচৰণেষু
১৪। নিষিদ্ধ কথা

———

# অকাল বোধন

( শান্তিদূত, ৬ নবেম্বৰ, ১৯৫৫ চন )

ফাগুন আহে—কেতিয়াবা জীৱনত তুবাৰো। সেয়ে ব্যতিক্ৰম। কথাটো কিন্তু মই ভাবিব নোৱাৰোঁ।…বহুত দিনীয়া দীঘলীয়া আশাৰ ফলস্বৰূপ জাহাজেৰে এটি নিচেই চুটি ভ্ৰমণৰ কথা। Overseas নহয় দেই। ওপৰৰ ডে'কৰপৰা ভাটিমুৱা জাহাজখনত যেতিয়া দক্ষিণ পাৰলৈ চাই অলকাহঁতৰ ফালে টুপীটো জোকাৰি বিদায় ললোঁ, তেতিয়া হঠাতে আৰু কৰিবলৈ এটা দ্বিতীয় কাম নাছিল। জাহাজখন তেতিয়া নিমাতী ঘাটৰপৰা প্ৰায় আধা মাইল আহিল। চিগাৰেট এটা জ্বলাই কাষৰ চিৰিত ধৰি সন্ধিয়াৰ বেলি মাৰ যোৱা দৃশ্যটো উপভোগ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। খন্তেকৰ বাবে আমি আটাইকেউজনে কথা-বতৰা নপতাকৈ মৌনভাৱে মাথোন ডাৱৰত অপূৰ্ব্ব ৰঙৰ সৃষ্টি কৰি ব্ৰহ্মপুত্ৰৰ কোলাত মাৰ যাব খোজা সেই বেলিটিকে চাই আছিলোঁ। তাহানি কোনোবা আলোচনীত দেখা "লুইতৰ বুকুত বেলিমাৰ" নামৰ ছবি এখনৰ কথা মনত পৰিল। সৃষ্টি বৈচিত্ৰ্যৰ কথা ভাবি অজানজনৰ প্ৰতি অজ্ঞাত এটা টান উপজিছিল। মনত পৰিছিল বহুত কথাই। তাহানি কটন ৰ'ডৰ সৰু জুপুৰীটোত বহি বহি বিভিন্ন ৰঙেৰে এনে ধৰণৰ কত ছবি আঁকিছিলোঁ;

কত কল্পনাক মূৰ্ত্ত কৰিছিলোঁ—ৰূপায়িত কৰিছিলোঁ। মোৰ তুলি আৰু ৰঙৰ মাজত! ভোমোৰাগুৰিত বহি, কেতিয়াবা গণেশ ঘাটৰ ওচৰৰ ওখ টিলাটোত বহি কত সন্ধিয়া—কত ৰূপালী-ৰজনী পাৰ কৰি দিছিলোঁ। অন্তৰ ভৰি থকা ভাবৰ উখল-মাখলত কেতিয়াবা গল্প, কবিতা বা গান লিখিবলৈ লৈও ব্যৰ্থ হৈছিলোঁ। কি যে আৱেগৰ সেই দিনৰ সোঁৱৰণবোৰ।··· ভাবি থাকোঁতে হাতৰ চিগাৰেট পুৰি শেষ হৈ আঙুলি পালেহি। জ্ঞান পাই হাতটো এছাৰ মাৰি দিয়াত তিনিওৰে চকু সেইফালে গ'ল। মই অপ্ৰস্তুতভাৱে মাথোন হাঁহিলোঁ। খিল্‌খিল্‌কৈ হাঁহি প্ৰতিভাই ক'লে—"ছন্দ পতন"। ৰীতাই ত্ৰয়োলৈকে লক্ষ্য কৰি এবাৰ মৃদুভাৱে হাঁহিলে। দোষী চকু দুটাৰে কালৈকো নোচোৱাই উচিত বুলি ভাবি তলৰ পানীবোৰলৈকে নিৰৰ্থকভাৱে চালোঁ। ইতিমধ্যে চিগাৰেটটো পানীত পৰি উটি গ'লগৈ।

তপনে বাইদেৱেকৰ কেঁচুৱাটো লৈ আহি আমাৰ ওচৰ পালেহি। সি চোবাই অহা তামোলৰ গোন্ধটোৱে মোকো লুভীয়া কৰিলে। তাৰ দীঘল পাঞ্জাবীটোৰ জেপত হাত ভৰাই দি টেমাটো উলিয়াই তাৰে এখন ময়ো মুখত সুমুৱালোঁ। ৰীতা আৰু প্ৰতিভায়ো একোখন মুখত ভৰালে। তপনৰ আধা ডাবিৰ সুৰৰ কথাত এটা চিগাৰেট তাক দি ময়ো আকৌ এটা জ্বলাই ললোঁ। তেতিয়া পশ্চিমৰ বেলিটোৰ পৰিৱৰ্ত্তে পূবাকাশত দ্বাদশীৰ জোনটোৱে অলপকৈ হাঁহিছে। জ্যোৎস্না



ধৱল লুইতৰ বুকুখনি এটা ৰূপালী কবিতাৰ দৰেই লাগিছে। বাইদেৱেক অকলৈ থকা দেখি প্ৰতিভা তেওঁৰ ওচৰলৈ গ'ল। তপন মোৰ অলপ দূৰ সম্পৰ্কীয় ভাগিন। প্ৰতিভা তেওঁৰে ভনীয়েক। ৰীতা তাইৰ বন্ধু। ভিনিহিয়েকৰ ভনীয়েক। বিয়া দিয়া ছোৱালী যদিও নবৌৱেকৰ লগত পূজাৰ বন্ধ উপভোগ কৰিবলৈ আহিছে তেজপুৰলৈ। ময়ো যোৰহাটৰ পেহীদেউৰ তালৈ গৈ তাতে তপনক লগ পাই জাহাজেদি অহাৰ বন্দোবস্ত কৰিলোঁ। দুখ কষ্ট হলেও তাৰ মাজেদি পাব পৰা আমোদটোৰ আশাই, তিৰোতা মানুহ লৈ হব পৰা অসুবিধাৰ কথা চিন্তা কৰিবলৈ আমাক সুবিধাই নিদিলে।

ৰীতাৰ লগত মোৰ আগৰ ভাল চিনাকি নাই। এবাৰ কথাছবি এখনৰ কামত গৈ যোৰহাটত থাকোঁতে তেতিয়া ছোৱালী হাইস্কুলৰ এখন বিচিত্ৰানুষ্ঠানলৈ বুলি কেইজনীমান ছোৱালীক নাচ শিকাইছিলোঁ। ৰীতাও হেনো তাৰ লগৰে এজনী। মোৰ কথাটো সিমান মনত নপৰে—বহুত দিন হ'ল। আজি ৰীতাৰ মুখেহে শুনিলোঁ। তাতে তেতিয়া তাই বৰ সৰু ছোৱালী আছিল। সি যি হওক, প্ৰতিভাই মোক মামা বোলা কাৰণে তেওঁ মোক মামাই বুলিলেহেতেন হেনো, কিন্তু বাটত অলকাহঁতক পাই সিহঁতে দাদা বোলা কাৰণে ৰীতায়ো দাদা বোলা হ'ল। অলকা মানে—পেহীদেউৰ ছোৱালী, ন-আলিৰ দেবেন দাদাৰ ভনীয়েক। দেবেন দাদাৰ লগত হেনো ৰীতাৰ দাদাকৰ আৰু 'হেৰিয়াৰো' ভাল চিনাকি আছে। "হেৰিয়াৰ"

মানে বুজিলোঁ—তেওঁৰ স্বামী অৰুণৰ কথাই কৈছে। চেলটেক্স্ ইন্স্পেক্টৰ অৰুণ নগাঁৱত থাকে। প্ৰতিভাৰপৰা বুজিব পাৰিলোঁ যে ৰীতাই বি, এ, পাচ কৰিলেহে অৰুণে ছোৱালীৰ শান্তি লব। তেনেহলে ইমান দিন আগতে বিয়া হোৱাৰ কোনো আৱশ্যকতা থকা বুলি মই বোধ নকৰিলোঁ।

অনেক ধৰণৰ কথা-বতৰা আমাৰ মাজত চলিল। অতিপাত "তামুলীফুকন" তপনৰ লগত পৰি ময়ো অলপ বেছিকৈ তামোল খাবলৈ ধৰিলোঁ। ৰাতিৰ বতাহজাকে জাৰ লগালেও কেবিনৰ ভিতৰ সোমাবলৈ কাৰো ইচ্ছা নগ'ল। বাহিৰৰ বেঞ্চ এখনতে বহি ললোঁ। গাত কোট কেইটা সুমুৱাই লোৱাত জাৰ কিছু পাতলিল। কেঁচুৱাটোৰ ঠাণ্ডা লাগিব পাৰে বুলি মাথোন তপনৰ বাইদেৱেকহে ভিতৰতে থাকিল। মোৰ আৰু জ্যোতিৰ কথা—মানে মই জ্যোতিক ভালপোৱা কথা জানিছিল; গতিকে সিহঁত দুয়োজনী আঁতৰি গৈ প্ৰতিভাই মোৰ ফালে চাই হাঁহি কথা পতাৰ সময়ত জ্যোতিৰ কথাকেই তাই ৰীতাৰ আগতো কৈছে বুলি ভাবি মোৰ লাজ লাগিছিল। প্ৰতিভাই দ্বিতীয় বাৰ্ষিকত পঢ়ে। তথাপি মোৰ মনত তাই নিচেই সৰু ছোৱালী। কোলাত লৈ ডাঙৰ কৰিলোঁ, এতিয়া গাভৰু হ'ল, আমাক ঠাট্টা কৰিব, জোকাব পৰা হ'ল। ভাবি ভাল লাগে বেছ। সিহঁতৰ ঘৰৰ ওচৰতে থাকি তাহানি আমি পঢ়িছিলোঁ। আমি থকা অৱস্থাতে তাইৰ জন্ম। নিজৰ ভনী নাই কাৰণেই তাইক খুব মৰম কৰোঁ। তাতে তাই আসৈ পাই জ্যোতিৰ-



পৰা অহা মোৰ চিঠি-পত্ৰাদি সকলো চায়। জ্যোতিয়েও জানে, তেৱোঁ বেয়া নেপাই তাইক মৰম কৰে। তেনে এজনী ছোৱালীয়ে ৰীতাৰ লগত মনে মনে কথা হৈ মোৰ ফালে চাই হঁহাত মই আৰু আন কি ভাবিব পাৰোঁ? কিন্তু 'হাইপ' থেচিচ্' সদায় নিভু'ল নহয়।—মোৰো নোহোৱাত একো বিচিত্ৰতা নাই।

ৰীতাৰ লগত অৰুণৰখন এক প্ৰকাৰ প্ৰেমৰ বিয়া। অৰুণ যোৰহাটত থকা অৱস্থাত ৰীতাৰ ঘৰৰ লগত ঘনিষ্ঠতা বাঢ়ি সেয়ে বিয়াৰ ৰূপ লয়। তাৰ পিচত অৰুণ নগাঁৱলৈ বদলি হৈ যায় আৰু আজি দুবছৰে দুয়োৰো মাজত মাজে সময়ে চিঠি-পত্ৰৰ আদান-প্ৰদানৰ বাহিৰে দেখা সাক্ষাত নাই। প্ৰতিভাৰ মুখৰপৰা পাবলগীয়া আৰু নলগীয়াও কিছু কথাৰীতাৰ বিষয়ে মই জানিব পাৰিলোঁ।

বিশ্বনাথ-ঘাটৰপৰা আহি জাহাজ লাগি যোৱাত বাৰুকৈয়ে কিছুবেলি তাত ৰ'বলগীয়া হৈছিল যদিও পুৱা সাত বজাত আহি শিলঘাট পালোঁহি। মোৰ আৰু প্ৰতিভাৰ ইচ্ছাত, লগতে খাউণ্ডৰ গাৰীখনৰ সুবিধা মিলাত তেজপুৰলৈকে টিকেট আছিল যদিও আবেলি দুই বজাত তাৰপৰা যাম বুলি সকলো তাত নামি আমাৰ মামাৰ ঘৰলৈ গলোঁ। ঘাটৰ ওচৰতে মামাহঁতৰ বাগিছা। দহ বজাত খাই-বৈ উঠি এঘাৰ বজাৰ পিচতে ঘাটলৈ ৰাওনা হলোঁ। দুই বজাৰ ফেৰীলৈ তেতিয়াই অহা গাৰীখনৰ সুবিধাৰ উপৰিও তাৰ অন্তৰালত যে ৰীতা-

হঁতৰ কামাখ্যা চোৱাৰ হেপাহটো আছিল, ভাবিব পৰা নাছিলোঁ। সিহঁতৰ আশা মতেই খাৰঘৰ আৰু কামাখ্যা মন্দিৰ চাবলৈ উঠিলোঁ। ঘাটত থাকিল তপন আৰু বাইদেৱেক। তপনৰ মনত খং—যাবলৈ নেপায়। তাৰ মতে মই থাকিব লাগিছিল, কিন্তু প্ৰতিভাই দাদাক গলে ভাল নালাগিব বুলি মোক মনে মনে জনোৱাত ময়ে আগবাঢ়িবলৈ বাধ্য হলোঁ।…ৰুমালত আৰু কোঁচত বহুতো ফুল গোটাই লৈ ত্বয়োজনী মোৰ পাছে পাছে কামাখ্যাৰপৰা নামি আহিছে। তলৰ বাস্তাটো আৰু লুইতখন বৰ ধুনীয়া লাগিছে। আবতৰীয়া বৰষুণ পৰি থকা কাৰণে ৰীতাৰ চেণ্ডেলযোৰ পিছলি হঠাৎ মোৰ ওচৰত পৰি গ'ল। লৰালৰিকৈ গৈ মই ধৰিলোঁ। ৰীতাক তুলিবলৈ লৰি আহি প্ৰতিভাও পৰি গ'ল। ৰীতাই ভৰিত আৰু প্ৰতিভাই হাতত ত্বখ পালে। বাকীখিনি বাট মই ৰীতাক ধৰি ধৰিয়েই নমাই আনিবলগীয়া হ'ল। বনৰীয়া ফুলৰ মাজত অকণমানি পথিলা এটিৰ দৰে পাহাৰৰ অকোৱা-পকোৱা বাটত আত্মসন্তুষ্টিৰ উলাহেৰে খিল্‌খিলকৈ হাঁহি হাঁহি উৰি যাব খোজা প্ৰতিভাজনীৰ—আঁজলী পাগলী প্ৰতিভা-জনাৰ বিষাদসিক্ত চকু ত্বটি দেখি মোৰো বেথা উপজিল। ৰীতাৰ পত্নমপহীয়া উজ্জ্বল চকু ত্বটিৰ পাহিতো অলস নামিল। ঘটনাটোৰ কথা অনুপস্থিত ত্বজনক নজনাবলৈ মোক ত্বয়ো অনুৰোধ কৰিলে। পাহাৰৰপৰা নামি ভৰিখন অলপ মালিচ কৰি দিয়াত ৰীতাই আৰাম পালে।



ত্বই বজাৰ ফেৰীত উঠি একোণত গৈ অকলশৰে ৰীতা পৰিযোৱা কথাটোকেই ভাবি আছিলোঁ। নিঃসঙ্কোচে মোৰ কান্ধত এটা হাতৰ ভৰ দি উঠি এখোজ ত্বখোজকৈ নামি আহিছিল। অসাৱধানতাত পৰিযোৱা চাদৰখনলৈ "কাপোৰ-খন…" বুলি ত্ববাৰমান কোৱা সত্বেও যত্নৰ কোনো অভিপ্ৰায় নেদেখি ময়ে উঠাই দিছিলোঁ।… ছিঃ কিবোৰ যে ভাবিছোঁ আৰু! ৰীতা যে বিবাহিতা!! তপোভঙ্গৰ দৰে হৈ তপনৰ ওচৰলৈ যাওঁ বুলি ঘূৰি চাওঁ—ৰীতা। মোৰ ওচৰতে থিয় হৈ একেথৰে মোৰ ফালে চাই আছে। চকুৱে চকুৱে পৰাত ত্বয়ো বৰ লাজ পালোঁ। নিজকে অপৰাধী যেন লাগিল যদিও "লাজ লাগি গ'ল নহয় ?"—বুলি মোৰ মুখেদি কথাষাৰ ওলায়েই গ'ল। ৰীতাই "যাওক" বুলি মৰমৰ স্নুৰেৰে কৈ মৃত্বভাৱে মোৰ গাত এটা ঠেলা মাৰিলে।

—প্ৰেম আৰু সৌন্দৰ্য্য আছিল মোৰ উপজীব্য। সঁচা কথা, টলষ্টয়ে কোৱাৰ দৰে ময়ো বোধহয় তাৰেই জীয়াই আছিলোঁ আৰু আছোঁ। ভোমোৰাগুৰিৰ ওচৰ পাই আকৌ সেই তাহানিৰ কথাবোৰ মনত জাগি উঠিল। ৰীতাৰ চকুত প্ৰতিভাত হোৱা সৌন্দৰ্য্যৰ সঁহাৰি মোৰ ত্বচকুৰ কোণত অনুভূত হ'ল। চকুত কিয় গোটেই মুখখনি সৌন্দৰ্য্যৰ এক অপ্ৰতিম হ'ল। কবিয়ে উপমা দিয়া মদনৰ ধেনু যেন বইপৰা চেলাউৰিৰ তলত নীলা পত্নমৰ পাহি যেন ত্বটি চকু—যাৰ অন্তৰালত যেন হেজাৰ হেজাৰ বাসনা, ব্যৰ্থ বেদনাৰ নীৰৱ ভাষাৰ সন্ধান!

তিল-ফুলীয়া সৰু জোঙা নাকটি, ডালিম-গুটীয়া দাঁত, বিম্বফল-সদৃশ ওঁঠ, কুঞ্চিত অলক, তেজ বিৰিঙি থকা গাল আৰু তাৰ বাওঁফালে কাষতে সেইটি তিল—যাৰ বিনিময়ত প্ৰেমিকে বোচ্‌ৰা চমৰকন্দ ৰাজ্যখনো ত্যাগ কৰিবলৈ প্ৰস্তুত। ময়োতো এই এযুগ ধৰি মোৰ তুলি আৰু ৰঙৰ মাজত ইয়াকেই বিচাৰি আহিছোঁ। লিবিড'ৰ প্ৰভাৱ মোৰ ওপৰত কিমানদূৰ পৰিছে সেই বিষয়ে মই নাজানো; কিন্তু ৰীতাৰ দুৰ্ব্বলতাক মই কেতিয়াও প্ৰশ্ৰয় দিব নোৱাৰোঁ, বা সেই সুযোগো মই গ্ৰহণ কৰিব নোখোজোঁ। জ্যোতিক মই বা মোক জ্যোতিয়ে ভালপোৱাৰ শেষ স্তৰ—আমাৰ মাজত বিৱাহ বন্ধনৰ বাসনা আছে। আগতে হয়তো নাছিল। তাততো অলৌকিকতা একো নাই; কিন্তু মোৰ সাধনা যে অলৌকিক। নিত্য নতুন সৌন্দৰ্য্যবোধৰ উপলব্ধি নহলে, অলৌকিকতা আৰু সাধন নহলে বা নাথাকিলে মোৰ যে ছবি অঁকা নিৰৰ্থক। একা চেকেণ্ডত এটা কেমেৰাৰে কৰিব পৰা কাম মই যুগ যুগ ধৰি কৰি থকাৰ তেনে অৰ্থ কি? মেটেৰীয়েল জগতৰ লগত এই অমিলৰ বাবেই বোধহয় শিল্পী কেতিয়াবা ডগ্‌মেটিক হয়—"I care for nobody because nobody cares me." তেনেহলে মোৰ ভুল ক'ত? মইতো সৌন্দৰ্য্য ধ্বংস কৰি দিবলৈ বিচৰা নাই, নতুবা পাৰ্থিৱতাৰে কলুষ কৰি দিবও খোজা নাই। মোক মাথোন লাগে—এবাৰ দূৰৰপৰা হেপাহ পলুৱাই চাবলৈ সেই সৌন্দৰ্য্যৰাশি। ই জানো মোৰ দোষ?



—ৰীতা গ'ললৈ। সিদিনা তেওঁৰপৰা চিঠি পাইছোঁ। যোৱাৰ আগতে সেইদিনা কথাটো ভালদৰে বুজাই দিয়াৰ কাৰণে মোক ভুল বুজি ভুলকে কৰিব বিচৰা নাই। তথাপি বেচেৰীয়ে ফাগুনৰ পূজা শৰতেতে কৰিবলৈ বিচাৰিছিল। ময়ো বুজি নাপালোঁ এইটো কি! বোধহয় নুবুজাকৈয়ে কিছুমান থিয়ৰিটিকেল কথা কৈ ৰীতাক বুজালোঁ। ৰীতাই নুবুজিলেও মানি লবলৈ বাধ্য হ'ল। মোৰ কিন্তু জনাৰ বাঞ্ছাটো আজিও আছে। বন্ধু-বান্ধৱ নিৰুত্তৰ। কিছুমানে কয়—লম্পট। মোৰ কিন্তু প্ৰাণে নামানে। ফ্ৰয়েডৰ প্ৰভাৱ মোৰ ওপৰত পৰিব-লৈকো মই তেওঁৰ একান্ত সেৱক নহয়।

জ্যোতিৰ অনুভূতি মোৰ প্ৰেমৰ আৰু ৰীতাৰ সৌন্দৰ্য্যৰ, সৌন্দৰ্য্যতে প্ৰেম বিৰাজমান হলেও প্ৰেম প্ৰখৰ হলে যে কেতিয়াবা সৌন্দৰ্য্য হীনপ্ৰভ হয়, সেই বিচাৰ পিছতহে অনুভৱ কৰিব পাৰি,—যিটো বোধহয় মোৰো হৈছিল আৰু শ্ৰেষ্ঠ সৌন্দৰ্য্যই প্ৰেমক এখনি আছুতীয়া আসন দি আঁতৰাই থয় বুলি বুজিছিলোঁ। আজিও মোৰ মনৰ দ্বিধা ভাব নমৰিল—সঁচাকৈ ৰীতাক মই সৌন্দৰ্য্যৰ প্ৰতীক হিচাপে চোৱাটো ভুল নেকি? আনৰ একো হানি বা অপকাৰ নকৰাকৈ যদি মোৰ অন্তৰাত্মাই এটা তৃপ্তি লাভ কৰে তেন্তে তাত জগতৰ কি জগৰ হয় ভাবি নাপাওঁ। কোনো কথাই কন্‌চিল কৰাৰ প্ৰয়াস নকৰি মুক্তভাৱে তাক প্ৰকাশ কৰিছোঁ। অথচ তাৰ বাবে জ্যোতিৰ প্ৰতিও মই উদাস বা হীনাকৃষ্ট নহওঁ, অৰ্থাৎ ই মোৰ

আৰু আনৰো একো অপকাৰ নকৰে। মোৰ সৌন্দৰ্য্য-লিপ্সাৰ পৰিতৃপ্তিয়েই তাৰ উপকাৰ।

—বহুতো ডেকা গাভৰু দেখিছোঁ—যিবোৰে কাৰোবাক ভাল পাই আকৌ দ্বিতীয়বাৰ অন্য এজনক ভাল পাইছে বা বিয়া সোমাইছে। বহুতো ডেকা-গাভৰু দেখিছোঁ—যিবোৰে কাৰোবাক ভাল পায়—মানে প্ৰেম কৰে আৰু সেইবোৰ ডেকাই ৰাস্তাত আন আন ছোৱালীবোৰক এনেয়ে নিৰৰ্থক বা অহৈতুক-ভাৱে চায়। তেন্তে মোৰ চোৱাত দোষ কি ?

বহুতো ভাবি ৰীতালৈ এখন চিঠি লিখিলোঁ। জ্যোতিৰ কথা প্ৰতিভাই তেওঁক নজনোৱাৰ কাৰণেই বিবাহিতা হৈয়ো ৰীতাই মোৰ প্ৰতি এটা বেলেগ ভাব লৈছিল। সেইটো তেওঁৰ পাতল আৰু অগভীৰ চঞ্চল মনৰ চিন্তা বুলি মোৰ ধাৰণা হয়। অৰুণৰ লগত তেওঁৰ বিয়াখন অৰুণৰ পক্ষৰপৰা প্ৰেমৰ। তিৰোতাই কেতিয়াবা এজনক সৰ্ব্বস্বদান কৰিও আকৌ আন এজনক ভাল পাবলৈ বিচাৰে সঁচা, আৰু ৰীতাৰো খুব সম্ভৱ তেনে এটা অৱস্থাৰ সৃষ্টি হব ধৰিছিল ; ফাগুন জাগিছিল খুউব কম সময়ৰ ভিতৰতে, যিটো আমাৰ সংবিধানৰ হিন্দু ক'ড বিলে পাশ্চাত্য প্ৰভাৱমুক্ত হব নোৱাৰি কৰা আইন যোগে সেই দেশীয় এটা অপ্ৰচলিত অৱস্থাৰ অদূৰ ভৱিষ্যতে সৃষ্টি কৰিব বুলি মোৰ ধাৰণা হয়। কিন্তু পুৰুষেও যে কেতিয়াবা দুবাৰ ভাল পাবলৈ বিচাৰে আৰু পাইছেও। মোৰ ক্ষেত্ৰত তাক উদণ্ড মনৰ চঞ্চলতা বুলি ধৰি ল'লেও আনৰ ক্ষেত্ৰতো যে সি একেই হব



নোৱাৰে ! তেনেহলে ইয়াক কি বোলা যাব ?—অকাল বোধন !!

* * * *

ছবছৰৰ আগৰ কথা। সিদিনা কণিকাক ( মানে মোৰ বৰ্ত্তমান সহধৰ্ম্মিণী ) ডিব্ৰুগড়ৰপৰা লৈ আহোঁতে বাটত মনত পৰিছে এই কামাখ্যা পাহাৰ দেখি। আজি কিন্তু ৰীতা আৰু জ্যোতি কোনোৱেই মোৰ মনত নাই—সকলোৱে বাট বেলেগ হৈ গ'ল ; মোৰো জীৱনৰ গতি সলনি হ'ল। তেওঁলোকে এতিয়া আৰু মোৰ মনত কোনো প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। সেইবোৰ আজি যেন কোনোবা আঁউসী ৰাতিৰ এটা দুঃস্বপ্ন ॥*

---

*ৰচনা : ১৮।১০।৫৫ প্ৰকাশ : ৬।১১।৫৫
মৰমীচৰা : নগাঁও দৈনিক শান্তিদূত : দেওবাৰ।

# "স্বৰূপ"

( শান্তিদূত ৫ জুন ১৯৫৫, দেওবাৰ )

প্ৰথম বাৰ্ষিকত থাকোঁতে এবাৰ আমাৰ বোৰ্ডিঙত স্বৰ্ণক দেখিছিলোঁ। সেইবাৰ তেওঁ আই, এ, পৰীক্ষাৰ্থী আছিল। মোৰো তেতিয়া কলেজীয়া জীৱনৰ সহশিক্ষাৰ নতুন আবহাওৱাত পৰি চকুত ৰঙীণ মেঘৰ ৰাগী লাগিছিল। স্বচ্ছন্দ নিৰ্ভিকতাপূৰ্ণ গতিৰ স্বৰ্ণলৈ অহেতুক সংকোচ এটা তথাপি উপজিছিল। বোধহয় আমাতকৈ চিনিঅ'ৰ হোৱা বাবেই তেনে ভাব মোৰ হৈছিল। তাৰ পিচত আৰু এই পাঁচ বছৰে তেওঁক দেখা নাই। বি, এ, ফেল কৰি চাকৰিৰ সোৱাদ লবলৈ প্ৰকিয়ৰমেণ্ট বিভাগত সোমালোঁ। পঢ়া আৰু নহ'ল। আজি অ'ত, কালিলৈ ত'ত কৰি কৰি ডলাৰ বগৰী হৈ গোলাঘাটৰ পিনে গৈ তেতিয়া আকৌ পালোঁগৈ সেই "সোণ বাইদেউ"হঁতৰ ঘৰ (প্ৰথম চিনাকিতে মই স্বৰ্ণক সোণ-বাইদেউ বুলি মাতিছিলোঁ)। বি, এ, পাচ কৰি ওচৰৰ হাইস্কুলখনতে তেতিয়া তেওঁ মাষ্টৰনী কৰে। এৰা, মাষ্টৰনী। বিয়া দিয়াৰ আগলৈকে ছোৱালীয়ে যিমানেই নপঢ়ক—কলেজত এবছৰ পঢ়ি আহিলেও মাষ্টৰনী, বি, এ, পাচ কৰিলেও মাষ্টৰনী। তাৰ বাহিৰে আৰু অন্য উপায় নাই। তেহেলৈ উপযুক্ততা থাওক



বা নাথাওক। ছোৱালীৰ কিয়—সৰাৰ ক্ষেত্ৰতো এই কথা এতিয়া খাটে।

মানুহৰপৰা সহজে মৰম পাব পৰা গুণ এটি মোৰ আছিল—গান। তাৰেই বশীভূত হৈ সোণ-বাইদেৱো আহিল মোৰ কাষলৈ—গান শুনিবলৈ। তেতিয়া কিন্তু তেওঁৰ আগৰ সেই চপলতা নাছিল; তাৰ পৰিৱৰ্ত্তে তেওঁ ধীৰ, স্থিৰ আৰু গম্ভীৰ হৈ পৰিছিল। মনত সদায় যেন এটা আঁতৰাব নোৱাৰা ভাব, এটা ব্যাকুলতা। মাজে মাজে তেওঁৰ ঘৰলৈ মোক নিমন্ত্ৰণ কৰি মোৰ হতুৱাই গান গোৱাবলৈ তেওঁ মোক বাধ্য কৰিলে। কেতিয়াবা কোনো গান শুনি ভাল লাগিলে কোনে লিখা সোধে, কেতিয়াবা এনেয়ে চখতে লিখিও লয়। এনেদৰেই তেওঁৰ লগত মোৰ ঘনিষ্টতা বাঢ়িল। এদিন তেওঁক কিয় জানো হঠাত সুধিলোঁ,—"সোণ-বাইদেউ, বিয়া নোহোৱা নেকি?" মোৰপৰা এনে এটা অনিস্পিত প্ৰশ্নই তেওঁৰ যেন মৰ্ম্মস্থলত নিকৰুণভাৱে আঘাত কৰিলে;—প্ৰগাঢ় অনুভূতিত তেওঁৰ কণ্ঠৰোধ হোৱা যেন মই অনুভৱ কৰিলোঁ। বেদনাসিক্ত চকু-যুৰিৰে অৰ্থহীনভাৱে এবাৰ মোলৈ চাই তেওঁ এটা নিৰস হাঁহি মাৰিলে। অপ্ৰত্যাশিতভাৱে এনে এটা অদ্ভুত সমস্যাৰ কুৎসিৎ পৰিস্থিতিৰ উত্তৰ হোৱাটো মোৰ পক্ষে বৰ টান লাগিল। সোণ বাইদেৱে নিজকে কোনোমতে প্ৰকৃতিস্থ কৰি কবলৈ ধৰিলে। —"বাৰু শুনিব খুজিছা যদি কওঁ শুনা, নামটো কিন্তু নকওঁ। তেওঁক ভাল পোৱা আজি প্ৰায় দহবছৰেই হ'ল। মোৰ

যৌৱনৰ কোনোবা এটা আবিল মুহূৰ্ত্তত তেওঁ আহিছিল। আমাৰ ঘৰৰ ওচৰতে এটা ভাড়া-ঘৰত থাকি তেওঁ কলেজত পঢ়িছিল। অতি কম সময়ৰ ভিতৰতে আমি দুয়ো পৰস্পৰ আকৃষ্ট হৈছিলোঁ। মই কিন্তু বহুত দিনলৈকে তেওঁৰ হাতত ধৰা দিয়া নাছিলোঁ। অৱশেষত মোৰেই পৰাজয় হ'ল। বি, এ, পৰীক্ষা দিয়াৰ আগে আগে তেওঁ মোক ভাল পোৱাৰ চিন হিচাপে দিছিল—এই আঙঠিটো।"—এইবুলি তেওঁৰ হাতত থকা আঙঠিটো ইখন হাতেৰে খুউব জোৰেৰে ধৰি ঘূৰাই থাকিবলৈ ধৰিলে। কণ্ঠৰ বাধা অতিক্ৰম কৰি অনৰ্গল যেন ওলাই আহিব খোজা কিবা এটাক তেওঁ বৰ যত্নৰে প্ৰতিৰোধ কৰিবলগীয়া হৈছিল। সেই উত্তেজনাৰ মাজতো মুখত অসন্তুৰ ধৈৰ্য্যৰ এটা অস্পষ্ট ৰেখাঙ্কনৰ প্ৰয়াস কৰি তেওঁ আকৌ কবলৈ ধৰিলে। আজিকালি প্ৰায়বোৰ ছোৱালীয়েই ৰথাৰ দৰে তেওঁৰো বাওঁহাতৰ দীঘল দীঘল নখবোৰ চাই সেই অসহনীয় পৰিবেশটোত নিজকে প্ৰস্তুত কৰিবৰ চেষ্টাৰে মই মাথোন শুনি গলোঁ—সোণ-বাইদেউৰ জীৱনৰ করুণ কাহিনীৰ এটা অপ্ৰকাশিত অধ্যায়। "তাৰ পিছত তেওঁ বি, এ, পাচ কৰি বিশ্ববিদ্যালয়লৈ গ'ল; মই মাথোন আশা আৰু আগ্ৰহেৰে বাট চাই ৰলোঁ—তেওঁ পাচ কৰি অহা দিনলৈ। ইতিমধ্যে দেউতা তাৰপৰা বদলি হৈ বৰপেটালৈ গ'ল। তেৰোঁ আমাৰ ভিতৰত হোৱা বহুতো ঘটনাৰেই গল্প লিখি কাগজে-পত্ৰই প্ৰকাশ কৰিলে। মই সেইবোৰত বেয়া—মানে লাজ



পাইছিলোঁ;—যদিও সত্যৰ কাৰণে ভয় নকৰিবলৈ শিকিছিলোঁ তেওঁৰপৰাই। মোৰ নামটোকে ওলট-পালট কৰি হেম, কনকা, সুৱৰ্ণ, হিৰণ, কাঞ্চন আদি নাম দি তেওঁ ঘটনাবোৰ লিখিছিল। তাৰ পিছত বিশ্ববিদ্যালয়ৰপৰা তেওঁ পাচ কৰি আহিল; কিন্তু সত্য আৰু আদৰ্শৰ পূজাৰী সেই নিৰ্ভীক মানুহজনৰ বাহ্যিক ৰূপটোৰ অন্তৰালত থকা আচল মানুহটোক তেতিয়াও মই চিনিব নোৱাৰিলোঁ। এতিয়া তেওঁ সমাজত ডাঙৰ মানুহ, নেতা। তেনেকুৱা এম, এল, এ,-মন্ত্ৰীৰো আমাৰ দেশত বৰ্ত্তমান অভাৱ হোৱা নাই। সমাজৰ কুসংস্কাৰ দূৰ কৰিবলৈ, নৈতিক শিক্ষাৰ উচ্চ আদৰ্শৰ তেওঁৰ লিখাবোৰ, সভা-সমিতিত দিয়া বক্তৃতাবোৰ কাগজে-পত্ৰই যেতিয়া মই পঢ়োঁ, তেতিয়া গৌৰৱোৎফুল্ল হৈ মোৰ মুখত আত্মপ্ৰসাদৰ হাঁহি ওলায়। কিন্তু মই ঠগ খালোঁ—স্বৰূপে মোক ধৰা নিদিলে। উচ্চ পদৱী থাকিলে, আত্ম-প্ৰতিষ্ঠা লাভ কৰিব পাৰিলে সমাজত সমৰ্থনকাৰী দলৰ অভাৱ নহয়। মানুহৰ তেতিয়া সকলো বেয়া গুণ তল পৰি মাথোন ভালবোৰহে প্ৰকাশ পায়। ধনী আৰু সম্ভ্ৰান্ত পৰিয়ালৰ সুশিক্ষিতা ছোৱালী বিয়া কৰাই তেওঁ সুখী হ'ল—মোৰ খবৰ লোৱাৰ কোনো আৱশ্যক বোধ নকৰিলে। সেই বাবে আজি মই মোতেই ব্যস্ত। অৱশ্যে অৰ্থ-ঐশ্বৰ্য্য-সম্পত্তিৰ বাহিৰে তেওঁ বিয়া কৰোৱাগৰাকী মোতকৈ কোনো গুণে শ্ৰেয় বুলি মই নাভাবোঁ। অতীতক উজাৰি এতিয়া আৰু লোকৰ সোণৰ সংসাৰ এখন জ্বলাই তুলিবৰ ইচ্ছা মই

নকৰেঁা।”—সোণ-বাইদেউলৈ লক্ষ্য কৰিলোঁ,—তেওঁৰ চকু দুটা অলপ সেমেকিছে।

পৰিস্থিতিটোৰ পৰিৱৰ্ত্তন আনিবৰ কাৰণেই দীঘলকৈ এটা উশাহ টানি মুখৰ ভিতৰতে গুণগুণাই কিবা এটা গালোঁ। মোৰ অমনোযোগিতাক লক্ষ্য কৰি তেওঁ ক'লে—“বেয়া লাগিছে নহয় ? এটা গানকে গোৱাঁ।” নিৰসভাৱে হাঁহিবৰ এটা ব্যৰ্থ চেষ্টা কৰি এক উদাস অভিব্যঞ্জনাৰে “না——ই” বুলি তেওঁলৈ চালোঁ। মুখেদি ওলাই আহিল মোৰ ১৯৪৯ চনৰ উৎকৃষ্ট সৃষ্টি “মোৰ জীৱনৰ বৰষা বানত তুমি উটি অহা জাঁজৰি এটি”—মুকুলদাদাই লিখা এই বিখ্যাত গানটি। গানটোৰ শেষত তেওঁ ব্যগ্ৰ হৈ সুধিলে—“কোনে লিখা ?” মই কলোঁ— “মুকুলদা'ৰ।” অৰ্থপূৰ্ণ এটা চোকা দৃষ্টিৰে মোলৈ চাই মুকুল দাদাই যে ভাল গান লিখে, তাকে তেওঁ শলাগিলে।

সোণ-বাইদেউৰ তাৰপৰা অহাৰ কেইদিনমানৰ পিছতে মোৰ চাকৰি কালৰ যৱনিকা পৰিল। ঘৰৰ লৰা ঘৰ পালোঁহি। দাদা, নবৌ আৰু বাইদেউহঁতৰ মুখত চাৰ্কাচৰ বান্দৰ দেখাৰ এটা অভিব্যক্তি মোৰ প্ৰতি তেওঁলোকৰ লক্ষ্য কৰিলোঁ; মই যেন আফ্ৰিকাৰ কিবা অচিন জন্তুহে তেওঁলোকৰ আগত দেখা দিছোঁ। কাৰণটো বুজিবলৈ বেছি পলম নালাগিল। মনে মনে কিন্তু খুব খং উঠিছিল। পাচ কৰাতো নহলেই— নিজৰ পেটটো পুহিবৰ কাৰণে হোৱা অস্থায়ী সংস্থানৰো অৱসান ঘটিছে। অভিভাৱকবোৰৰ এইখিনি ভাবিবৰ প্ৰয়োজনেই নাই নে



ইচ্ছাকৃতভাৱে ভাৱ অৰ্পণ কৰি মুক্তি বিচৰাৰ প্ৰয়াস মই বুজি নাপাওঁ। ভায়েক-ভনীয়েকবোৰৰ সোনকালে বিয়া পাতি দি তেওঁলোকে কিবা অসীম স্থায়ী আনন্দৰ সোৱাদ লবলৈ বিচাৰে যেন পাইছোঁ। দাদা-নবৌহঁতলৈ খং উঠাৰ আৰু কাৰণ আছে। এনেতে নবৌ মোৰ কাষ চাপিল; কণ্ঠত তেওঁৰ অভিভাৱকৰ সুৰ।

“তুমি কিন্তু এইবাৰ সেইচব কৰিব নোৱাৰিবা, দাদাৰাই শুনি খঙত একদম জ্বলি আছে।”—নবৌৰ চকুত অসহায়ৰ চাৱনি।

খং আৰু অভিমানৰ সুৰত ক'লোঁ—“তোমালোকে কি কৰিব খুজিছা কবা। মই কিন্তু কালিলৈকে গুচি যাম ক'ৱবালৈ।”

“বাদ দি দিয়া সেইবোৰ। ককাই-ভাইৰ বিৰুদ্ধে গৈ, তেওঁলোকক হেৰুৱাই তুমি সুখী হব নোৱাৰিবা বুলিয়েই মই ভাবোঁ। বিভা ইলিতকৈ বহুত ……।”

—নবৌৰ কথা শেষ নহওঁতেই মাত লাগলোঁ—“নালাগে যোৱা; এয়েই নহয় তোমালোকৰ বিচাৰ! তুমিও—তো এদিন কৈছিলা ইলিৰ কথা। আজি আকৌ ঐশ্বৰ্য্য-সম্পত্তিৰ মোহত পৰি মনুষ্যত্বখিনি তোমালোকেতো পাহৰিব খুজিছাই, মোৰো লোপ কৰি দিবলৈ বিচাৰিছা।”—মোৰ সবল উক্তিয়ে বিচাৰহীনভাৱে ইমানদিনে ভাল পাই অহা ইলিক মোৰপৰা আঁতৰাই বিভাক গটাবৰ কাৰণে

দাদাহঁতৰ তলে তলে যি আলোচনা চলিছিলে, সেই সপোন ভাঙি দিলে।

বেকাৰ জীৱনৰ অৱসান ঘটাই কিছুদিনৰ পিচত ওচৰৰে এখন এইডেড স্কুলত মাহিলি চাৰিকুৰি টকালৈ জীৱনটো বিক্রয় কৰিলোঁ। ইপিনে দাদা অসুখৰ কাৰণে ডিব্রুগড়ত পৰি থকা বাবে নবৌও মাকৰ ঘৰত আছিলগৈ। সেইদিনা ১৯ এপ্রিল, দেওবাৰ। সপ্তাহটোৰ বাহিৰা কামবোৰ সেইদিনটোলৈকে সাঁচি থৈ দিওঁ। কেইবাখনো চিঠিৰ উত্তৰ দিবলগীয়া আছিল। সন্ধিয়া তাকে কৰোঁ বুলি টেবুলৰ ওচৰত বহিলোঁ। কিবা কাৰণত খামৰপৰা আঠা এৰাই থকা এখন চিঠি পালোঁ। ভিতৰত দুখন চিঠি। ডাঙৰখন প্রথমে মেলি পঢ়িবলৈ ধৰিলোঁ।—

"প্রিয় মোৰ!

আজি একেৰাহে কেইবাদিনো বাট-চাওঁ; দিনবোৰ ক্রমে অতীতৰ বুকুত মাৰ যায়। কিন্তু মোৰ হিয়া উদ্বেলি থকা খেলি-মেলি ভাববোৰ শান্ত নহয়। একেৰাহে কুৰিদিনমান অসুখ হোৱাৰ পিচত এতিয়া আৰু সেই সুখ-দুখ, অৱসাদ, হৰ্ষ-বিষাদ একো নাইকিয়া হৈ পৰিছে। জীৱনৰ শেষ অঙ্ক আৰম্ভ কৰিছোঁ। আপোনাৰ প্ৰশ্ন "দোষ কাৰ?"—কোনোৱে সুধিলে মই আপোনাৰ বুলিহে কম। কাৰণ মানুহে নিজৰ দোষ নেদেখে আৰু দেখিলেও তাক প্রকাশ কৰিবলৈ লাজ পায়। কিযে বিচিত্র মানৱ! অন্তৰৰো অন্তৰৰ মোৰ মূক ভাষাবোৰ প্রকাশ কৰিবলৈ মই অক্ষম। হাঁয় নিষ্ঠুৰ! আপুনি কি নাজানে যে প্রেম



বৰ্ষাৰ স্রোতস্বিনী নহয়; ধীৰ, মন্থৰ, গভীৰ, অকূল পাৰাবাৰ। আপোনাৰ অগ্নি-পৰীক্ষাৰ অৱসান কেতিয়া ঘটিব নাজানো। জীৱনটোৱেই মোৰ পৰীক্ষাময় হৈ পৰিছে; কিন্তু এতিয়া ভাগৰি পৰিছোঁ—আৰু নোৱাৰোঁ। পৃথিবীতনো বাৰু ত্যাগী কেইজন আছে কওকচোন। ত্যাগ শব্দৰ অৰ্থ মই ভালদৰে বুজিব পৰা নাই। আপুনি বোধহয় অনুৰাগৰ ক্ষেত্ৰ পৰিবৰ্ত্তন কৰিব খুজিছে। কোনো কথা নাই—বিধি-পথালি কৰিবলৈ মোৰনো কি স্বত্ব? আপোনাৰ চৰণত মই প্রেমভিক্ষা কৰিছোঁ; আপুনি এমুঠি মৰম লৈ দিওঁ নিদিওঁ কৰি এবাৰ হাত আগ বঢ়াইছে, এবাৰ পিচুৱাই নিছে। সংসাৰক দেখুৱাই হাঁহিছে, ইঁহুৱাইছে। এয়েনেকি প্রেমৰ আদৰ্শ? মোৰ কাৰণে আৰু কোনেও ভাবিব নালাগে। অন্তৰৰ সত্যটোক প্রকাশ কৰিবলৈ ইমানবোৰ কথাৰ কোনো প্রয়োজনেই নাছিল। পৰীক্ষাত পাচ কৰাৰ খবৰটোৱে বৰ তাড়না দিছে। মুখত কালিমা সানি লৈ কেনেকৈ সংসাৰৰ আগত মুখ উলিয়াম ভাবি পোৱা নাই। কিছু-মানৰ ইচ্ছা মাষ্টৰনী হব লাগে। পঢ়িবৰ কাৰণেও ইচ্ছা আছে। যদি কেতিয়াবা পঢ়িব পাৰোঁ—আপোনাৰ কাৰণেই বুলি যাতে নাভাবে। বহুতো লিখিলোঁ, অস্থিৰ মন মোৰ। চিঠি নহৈ হয়তো প্রলাপেই হৈছে। দোষবোৰ ক্ষমা কৰিব বুলি আশা কৰি ভক্তিৰ অঞ্জলি আগবঢ়াই আজিলৈ বিদায়। ইতি আপোনাৰেই

—হেমলতা"

দ্বিতীয়খন চিঠি উলিয়াই পঢ়িলোঁ।—। তাত আছিল-—

"শ্ৰদ্ধেয় দাদা,

ভক্তি নমস্কাৰ জানিব। আপোনাৰ ভায়েক ইয়াত থাকোঁতে এদিন কথাপ্ৰসঙ্গত আমাৰ সকলোবোৰ কথা তেওঁক কলোঁ। আপোনাৰ নামটো কিন্তু তেওঁক জানিবলৈ দিয়া নাই। ইয়াৰ লগৰ চিঠিখন আপোনাৰ বিয়াৰ আগতেই লিখিছিলোঁ; দিয়া নহ'ল। আজি কিয় পঠালোঁ নিজেই কব নোৱাৰোঁ। আপোনাৰ সংসাৰী জীৱনৰ সুখ-শান্তিৰ কামনা কৰি বিদায় মাগিছোঁ— চিৰ-দিনলৈ। আৰু আপোনাক আমনি কৰাৰ অভিপ্ৰায় নাই। ইতি। আপোনাৰ।—"

খামটোৰ ওপৰৰ আখৰকেইটা চালোঁ—"মুকুল হাজৰিকা— স্বৰ্ণ।" হাতৰপৰা চিঠি দুখন অজ্ঞাতেই সৰি পৰিল। ভাবাক্ৰান্ত মনটোৰ পৰিবৰ্ত্তনৰ কাৰণে জীৱনত প্ৰথমবাৰৰ কাৰণে খোজ ললোঁ—বকুৰাৰ লিকাৰ-চ'পলৈ।

---

# মৰহা স্মৃতি

( শান্তিদূত, দেওবাৰ ঃ ২৬ জুন ১৯৫৫ )

মানুহটো আৰু জীয়াই নাই—সি মৰি ভূত হৈ গৈছে। কিন্তু মৰহা অতীতৰ স্তৰে স্তৰে তাৰ সুৰৰ কঁপনি আজিও আছে, আৰু বহুতদিনলৈকে থাকিব। ইতিহাসে তাক উপেক্ষা কৰিলেও তাৰ স্মৃতিয়েই তাক জীয়াই ৰাখিব। স্মৃতি মানে সেই স্মৃতি বকুৱাই নাৰাখিব পাৰে; কিন্তু সোঁৱৰণী বোলা কথাটোৱে তাক সোঁৱৰাই ৰাখিব—তাৰ গান, তাৰ সুৰ আৰু তাৰ প্ৰতিভাৰ কাৰণে। জীৱনটোত কালৰ লগত যুঁজি যুঁজি অৱশেষত ভাগৰি সি নিজকে অসীমৰ মাজত হেৰুৱাই পেলালে। কিন্তু অক্ষয় শব্দব্ৰহ্মৰ সেই সুৰৰ ঝঙ্কাৰ আজিও ইথাৰত বাজিয়েই থাকিল। স্মৃতিটোক সি ৰাখিব নুখুজিছিল, কিন্তু···সি ভাবিব নোৱাৰে। তাক ইতিমধ্যেই তাৰ গানে, তাৰ সুৰে অমৰ কৰি দিছে।

—যোৰহাটৰ চিঠি। নামটো অচিন—গোবিন্দ বৰবৰুৱা নামৰ কোনোবা মানুহ এজনে দিছে। নাম ঠিকনা ভালদৰে দিয়া নাই; মাথোন লিখিছে—"বহুতো যত্ন কৰিও শ্ৰীমানক বচাব নোৱাৰিলোঁ। আমাক শোক সাগৰত পেলাই থৈ যোৱা বৃহস্পতিবাৰে ৰাতি ন বজাত তেওঁৰ আপোন ঠাইলৈ গুচি

গ'ল।"—বহুত পৰ ভাবি মনত পৰিল—সেইদিনা ঘাটৰপৰা একেলগে আহি ডাক-বঙলাত যোৰহাট অভিমুখে এৰি থৈ অহা যাত্ৰী দীপক আৰু তেওঁৰ শহুৰেকৰ কথা। তেনেহলে দীপক আৰু এই সংসাৰত নাই! দীপকৰ শহুৰেকেই নিশ্চয় গোবিন্দ বৰবৰুৱা। প্লুৰিচি হৈ তিল তিলকৈ মৃত্যুমুখী হোৱা দীপকৰ সেই চেহেৰাটোলৈ মনত পৰিল। ক্ষীণ দেহটোৰ মাজৰপৰা তুৰ্ব্বল কণ্ঠস্বৰেৰে মোৰ লগত কথা-বতৰা হৈছিল। তেওঁৰ ভাৰ্য্যা উমাই মোক দেখি তুধাৰী চকুলো টুকিলে। এৰা, চকুলো। আজি তুবছৰৰ আগতে কথাছবি এখনত উমাৰ চকুলো দেখা পাইছিলোঁ; সেয়া আছিল ছবিৰ অভিনয়, আৰু আজি প্ৰত্যক্ষে দেখা পালোঁ—তুচকুৰ কোণ ফালি বৈ অহা মূক বেদনাৰ জ্বলন্ত প্ৰতীক। তেতিয়া তেওঁ ছবিত কান্দিছিল পইচাৰ কাৰণে; কিন্তু আজি তেওঁ কান্দিছে—আসন্ন ভৱিষ্যত বিপদাশঙ্কাত।—সেইদিনা ভাবিছিলোঁ সেই কথা। আৰু আজি? আজি শনিবাৰ, আজি নহয়—পৰহি ৰাতিও তেওঁ কান্দিছে সমাজৰ, আত্মীয়-স্বজনৰ লাঞ্ছনা-গঞ্জনাৰ মাজেদিও পাৰ হৈ আহি দ্বিতীয়বাৰ জীৱনত পোৱা প্ৰিয়তম স্বামীৰ বিয়োগত। মনত পৰিল—তেওঁৰ একমাত্ৰ সন্তান আঠবছৰীয়া জিলিজনীলৈ।

শহুৰেক অৱস্থাপন্ন মানুহ; নিজে আয়ুৰ্ব্বেদীয় চিকিৎসা কৰিম বুলি দীপকক ঘৰলৈ লৈ গৈছিল। কিন্তু কালৰ লগত যুঁজি জয়ী হব নোৱাৰিলে, কালেইহে জয়ী হ'ল। সি সদায়েই জয়ী হৈ আহিছে।



বিদায় লবৰ পৰত কৈ আহিছিলোঁ—মোলৈ ঘৰ পাই খবৰ বাতৰি জনাবলৈ। তাৰে চিন আজি এই কৰুণ বৰ্ত্তাবাহী চিঠি। দীপক আৰু নাই—মানুহে তাৰ স্মৃতি পাহৰি পেলালে।—কিন্তু তাৰ মাজেদিও তাৰ সুৰবোৰে মাজে মাজে সেই স্মৃতি লৈ আহে। তুখীয়া শিল্পী সি; ধনৰ অভাৱত চিকিৎসা কৰিব নোৱাৰি তিল তিলকৈ মৰি অন্ত হ'ল। তাৰ দশাত সেয়েই আছিল।—মনত পৰিল তাৰ শৈশৱ-জীৱনৰপৰা এক এক কৰি কৰুণ অধ্যায়বোৰ। আৰ্থিক তুৰৱস্থাৰ কাৰণে সি মেট্ৰিক পাচ কৰিব নোৱাৰিলে। স্কুলীয়া জীৱনতে সি স্মৃতি বৰুৱাক ভাল-পাইছিল। সেইবোৰ লৈ লিখিলে এটা গল্পই নহয়—এখন উপন্যাস হব। আজি আমাৰ সমাজত তেনেবোৰ ঘটনাও বিৰল নহয়। সেইবাবে আজি গল্প বুলিলে তাত যেন ডেকা-গাভৰুৰ প্ৰেমৰ কথা থাকিবই লাগিব। কিন্তু মই সেইবোৰৰ হিচাপ কৰিবলৈ ওলোৱা নাই, মোৰ মনত পৰিছে তাৰ মৰহা জীৱনটোৰ কথা-বোৰ। তেতিয়া সি নামকৰা গায়ক নাছিল যদিও তাৰ গানত হেনো এটা বেলেগ বস্তু আছিল। স্মৃতিৰ লগত তাৰ মিলৰ কথা সিহঁতৰ তুয়ো ঘৰেই জানিছিল আৰু বিয়াৰো একপ্ৰকাৰ বন্দোবস্তই হৈছিল। আজি প্ৰচলিত প্ৰেমৰ শেষসীমা আৰু লক্ষ্যস্থান বিয়াখনেই বুলি বহুতৰে থকা ধাৰণাটো দীপকৰ অন্তৰতো জাগিলে সি দায়ী নহয় অকলে। যি হওক, দেউতাকৰ মৃত্যুৱে তাক অৱস্থাহীন কৰি আৰ্থিক সঙ্কটত পেলোৱাৰ কাৰণেই সংস্থানৰ পথ হিচাপে সি চিপাহী কামত সোমাইছিল;

যদিও নৱমমান শ্ৰেণীৰ ছাত্ৰী স্মৃতিৰ মৰ্য্যদা ৰক্ষা কৰিবলৈ আৰু তাইৰ দেউতাকৰ মনত সন্তোষ দিবলৈ সি চাকাৰ এৰিলে। কিন্তু দেউতাকৰ বিৱাহত অসম্মতিৰ কথা স্মৃতিৰ মুখেই গম পাই চিপাহী বুদ্ধিমতে সি স্মৃতিক স্কুলৰপৰা আহোঁতে বাটতে ধৰি পলুৱাই অনাৰ ঠিক কৰিলে। সুদূৰ অতীতৰ সেই দিনবোৰলৈ মনত পৰিল মোৰ। সুতীক্ষ্ণ বুদ্ধিৰ বুঢ়া হেড-মাষ্টৰৰ চকুত ধূলি দিব নোৱাৰি তাৰ 'প্লেন' ব্যৰ্থ হ'ল। তাৰ পিচত দীপক অলপদিন কলিকতাত আছিল। এবাৰ আহি সৰস্বতী পূজাত স্কুলৰ সভাত প্ৰথম তেওঁ গাইছিল—"স্মৃতিৰ বুকুত থাকিব মাথোন এশাৰী কবিতা তেজৰ লেখা"—তেওঁৰ এই বিখ্যাত গানটো। গান গাই গায়কে কান্দিলে, শ্ৰোতা স্মৃতিয়েও কান্দিলে। কিছুমান ধূৰ্ত্ত লৰা-ছোৱালীয়ে তাইক জোকালে, চিঞৰিলে। তাৰপৰা আকৌ ঘূৰি কলিকতালৈ গৈ দীপকে সেই গানটোকে প্ৰথম ৰেকৰ্ডিং কৰে। তেতিয়াৰপৰাই তাৰ কণ্ঠসাধনা চলি থাকে আৰু লাহে লাহে খ্যাতি তাৰ অসমত বিয়পি পৰে। ইতিমধ্যে আকাশ-বাণী কেন্দ্ৰত নিযুক্ত হৈ কিছুদিন সুচাৰুৰূপে কাম চলায়, কিন্তু শিল্পীসকলৰ মাজত খামখেয়ালিৰ সৃষ্টি হোৱাত দীপক তাৰ-পৰা ওলাই আহে। শেষবাৰ সি পায়গৈ চাহ-বাগিচাৰ শিক্ষকতা কাম। সেই সময়তে কোনোবা প্ৰফেচাৰ এজনৰ লগত স্মৃতিৰ বিয়া হৈ যায়। এই বাতৰিত মৰ্ম্মান্তিক আঘাত পাই সি নিজকে পাহৰিবৰ চেষ্টাৰে মদ খাবলৈ আৰম্ভ কৰে। তাৰ মদখোৱা কাহিনী আমাৰ কবি গগৈৰ কাহিনীতকৈ কোনো



গুণে কম নাছিল। জীৱনৰ ব্যৰ্থতাত সি একমাত্ৰ লগৰীয়া বিচাৰি পায় মদৰ বটলটো। তাৰ পিচতে যোৰহাটৰ অকুমাৰী অৱস্থাতে বিধৱা হোৱা উমাৰ পাণি-গ্ৰহণ কৰে সমাজৰ বন্ধু-বান্ধৱৰ সকলো তিৰস্কাৰ শিৰ পাতি লৈ। আজি মনত পৰি মোৰ বেয়া লাগে—আমি কেইজনমানে বেচেৰাক "এক্সিডেন্ট" নাম দিছিলোঁ। দাৰিদ্ৰৰ হেঁচাত সি কোনো বন্ধুবান্ধৱৰ লগ পালেই মনিবেগ হেৰোৱা, পানীত পৰা বা জেপ-লুকুকাই নিয়া বুলি কৈ পইচা খুজিছিল। সেই কাৰণেই আমি নাম দিছিলোঁ এক্সিডেন্ট। মনত পৰিল এটা কথা—শ্বিলঙত এবাৰ আমি শ্ব' পাতি তালৈ দীপককো নিছিলোঁ। ছয় বজাৰ-পৰা অনুষ্ঠান আৰম্ভ হ'ব, কিন্তু চাৰে-পাঁচ বজালৈকে দীপক নহা দেখি মই গৈ ওলালোগৈ। এৰিয়া চাদৰ এখন গাত মেৰিয়াই জোপ লৈ বগলীটোৰ দৰে বহি কিবা ভাবি থকা দৃশ্যটো মোৰ আজি মনত পৰিল। "কি কৰিছা, নোলোৱা কিয়" বুলি সোধাত মূৰ খজুৱাই উত্তৰ দিলে—"এৰাহে, মোৰ পিন্ধি যাবলৈ কাপোৰ নাই।" লৰালৰিকৈ পইচা অলপ দি ধোবাৰ ঘৰৰপৰা কাপোৰ আনিবলৈ কৈ মই গুচি আহিলোঁ। দীপক সময়ত ওলালগৈ। গান গালে—বুবি, ভন্টি, নিৰু, নীলিমা আৰু লিলিহঁতৰ নাচৰ সঙ্গীতাংশ সুকলমে চলাই দিলে। দৰ্শকৰ অনুৰোধ মতে আৰু কেইবাটাও গান গাবলৈ বাধ্য হ'ল। মোৰ তামিল, তেলেগু আদি চাৰিটা ভাষালৈ অনূদিত হোৱা '৫২ চনৰ বিখ্যাত "সবাতকৈ শুৱনি তেজাল মুখে খনি"* এই

গানটো তাৰ গলাতহে যেন পূৰ্ণ ভাব আৰু সুৰৰ সমন্বয় ঘটিছিল। অনুষ্ঠান শেষ হ'ল, কিন্তু দৰ্শক উঠি নেযায়—দীপকৰ গান লাগে। আত্মপ্ৰসাদৰ এমোকোৰা হাঁহি লৈ সি মঞ্চত দেখা দিলে। জাউৰিয়ে জাউৰিয়ে হাত-চাপৰি আৰু প্ৰশংসাসূচক ধ্বনিৰ অন্তত গুণমুগ্ধ-মুগ্ধা বহুতো আহিল তাক লগ ধৰিবলৈ। আমিও তাৰ লগতে এক ইঞ্চি উঠি গৈছিলোঁ।

এটা গুণ তাৰ মই পাহৰিব নোৱাৰোঁ। অসমৰ কিয় ভাৰতৰেই (পৃথিবীৰ বুলি কলেও বোধহয় বেছি বঢ়াই কোৱা নহব) বহুত শিল্পীৰ গাত এই গুণটো মই দেখা নাই। গুণটো হ'ল—সি বেলেগে গান ৰচনা কৰি গাব নেলাগিছিল। লগে লগেই ৰচনা কৰি সুৰ দি লগে লগেই সি গাই যাব পাৰিছিল। সেইবুলি ৰচনাবোৰো যেনে-তেনে নাছিল। বিষয়বস্তুৰ লগত খাপ-খোৱা সুৰদি শব্দচয়ন, ছন্দৰ লালিত্য আৰু তাৰ লগত উপযুক্ত সুৰ সংযোজনা কৰি গাই যাব পৰাটো কম গুণ নহয়। গায়ক হিচাপে, শিল্পী হিচাপে দীপকক এইবাবেই এখন বিশিষ্ট আসন দিব লাগিব।

যিমানেই পইচা পায়, সিমানেই মদ খাই উৰায়, এইটো তাৰ দোষ। নিজকে পাহৰি থাকিবৰ কাৰণেই বোধহয় সি তেনে কৰিছিল। প্ৰথমে সি মদ খাইছিল, পিচত মদেহে তাক খালে। জীৱনৰ তিক্ততাত, বিতৃষ্ণাত সি তিতিক্ষিত হৈ উঠিল আৰু আৰম্ভ কি দিলে নিজৰ ওপৰত অত্যাচাৰ। তাৰ

* ব্ৰজেন বৰুৱাৰ দ্বাৰ চেনোলা কোম্পানীত বৰ্ত্তমান ৰেকৰ্ডিত।



প্লুৰেচি হ'ল—তথাপি সি মদ নেৰিলে। চিকিৎসা কৰিবলৈ টকা নাই। আত্মীয়-স্বজনৰো তেনে সাধ্য বা চেষ্টা নাছিল। শেষ অৱস্থাত শহুৰেকে লৈ যায় তাক চিকিৎসাৰ বাবে। উমাৰ কথা মনত পৰিল। ভাগ্য !!......

স্মৃতি বৰুৱা এতিয়া ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী। দীপকক তেওঁ পাহৰিলে। দীপক মৰি গ'ল। কিন্তু মই পাহৰা নাই। মই এতিয়াও জীয়াই আছোঁ; যিমান দিন জীয়াই থাকিম সিমান দিনলৈকে নাপাহাৰোঁ। স্মৃতিয়ে অৱশ্যে পাহৰিবৰ কথাই। স্বাস্থ্যৱান ডেকা শিক্ষিত তেওঁৰ স্বামী অৰ্থনীতিৰ অধ্যাপক। কেতিয়াবা সপ্তাহৰ মূৰত স্বামী-স্ত্ৰীৰ দেখা-দেখি হয়। যৌৱন ভাটী দিয়া বয়সত "ষোড়শী" সজাসকলে তাতকৈ আৰু বেছি নিবিচাৰে। তেওঁ আজি দীপকৰ কথা ভাবিবৰ অৱসৰ নাই—আৱশ্যকো বোধ নকৰে। বিয়াৰ আগতে হেনো প্ৰায়বোৰ ছোৱালীৰে কাৰোবাৰ লগত অলপ নহয় অলপ ভাল-পোৱা ভাব থাকেই; কিন্তু বিয়া দি দিলেই সকলো ওৰ পৰে। কিন্তু...মই ভাবোঁ—দীপকেতো উমাৰ দৰে গুণৱতী ভাৰ্য্যা পায়ো স্মৃতিক মৃত্যুৰ আগ-মুহূৰ্ত্তলৈকে পাহৰিব নোৱাৰিলে। তাইৰ কাৰণেই সি অত্যাচাৰ কৰি জীৱনটো শেষ কৰি দিলে। * * *

—"তই দেখোন কান্দিছ, বাপটি?" বাইদেউৰ কথাত সংজ্ঞা আহি সংযত হবলৈ যত্ন কৰি কওঁ—"এৰা, অ' বাইদেউ।" ভাবি থাকোঁতেই চকুপানীবোৰে দুয়োটা চকু ওপোচাই পেলোৱাৰ কথা কবই নোৱাৰিলোঁ। "দীপক আৰু নাই

বাইদেউ ; যোৱা বৃহস্পতিবাৰে মৰিল। এইখন চিঠি।"—কথাষাৰ কৈ বাইদেউৰ ফালে মূৰ তুলি চাই মই হতভম্ব হৈ পৰিলোঁ। মুখৰ বৰণ মোৰ নিশ্চয় সলনি হৈছিল বাইদেউৰ ওচৰতে স্মৃতিও থিয় হৈ থকা দেখি। জিৰণিৰ ঘণ্টাত তুয়ো যে আমাৰ ঘৰলৈ আহিছিল মই নাজানিছিলোঁ। স্মৃতিলৈ বোধহয় মই ভেবা লাগি একেথৰে চাই আছিলোঁ। * * *

ক্লাচত মৰ্য়েই ফিলচ'ফীৰ আটাইতকৈ বেয়া ছাত্ৰ আছিলোঁ। চাইক'লজীৰ ভাগটোৱেই আটাইতকৈ টান পাওঁ। ফিজগ্‌নমী বুজি নাপাওঁ যদিও, অন্তৰৰ অসহ্য বেদনাটোক রুদ্ধ কৰিবলৈ কৰা এটা তুৰ্ঘোৰ, আপ্ৰাণ চেষ্টা স্মৃতিৰ মুখত দেখিছিলোঁ—বোধহয় নীলা চচ্‌মা পিন্ধাৰ দৰেই।

---

## "অজ্ঞাতনামা"

( শান্তিদূত, ২৭ মাৰ্চ্চ, ১৯৫৫ ; দেওবাৰ )

দেওবাৰ। চাকৰিয়ালসকলৰ তুপৰৰ সাজ পলম হয় বুলি সকলোৱে জানে। তথাপি এক বাজি গ'ল, ঘৰৰ সকলোৱেই খাই উঠিল ; কিন্তু দয়াল তেতিয়ালৈকে নহা দেখি অনিমাৰ খঙেই উঠিছিল। ঘৰীটোলৈ তেওঁ আকৌ এবাৰ চাই পঠিয়ালে ; কাঁটা কেইডাল আজি যেন বৰ খৰকৈ চলিছে। ঘৰীটো যেন এটা অপৰাধী কয়দী। টেবুলখনৰ এচুকত ধৰি অনিমাই এইবাৰ একেথৰে ঘৰীটোৰ ফালে চাই থাকিল ; কিন্তু অলপ পৰৰ পিচতে সি এটা বিদ্ৰূপেৰে উত্তৰ দিলে—টং। পৰাজয়ৰ ইঙ্গিতত পেটে পেটে অনিমাৰ লাজমিহলি এটা হাঁহি উঠিছিল। "আৰু কিমান বৈ থাকিম—মই খাওঁগৈ"—মুখৰ ভিতৰতে ভোৰভোৰাই তেওঁ পাগঘৰৰ ফালে খোজ ললে।

দয়াললৈ কাঁহি এখনত ভাত সজাই ঢাকি থৈ তেওঁ খাই উঠি ওলাই আহিল। ইতিমধ্যে বাহিৰত শুনা চাইকেলৰ শব্দটোৱে তেওঁৰ খোজৰ গতি দ্ৰুত কৰিলে। পুতলিয়ে কাগজখন আনি টেবুলৰ ওপৰতে পেলাই থৈ গুচি গ'ল—আকৌ তুতুহঁতৰ সৈতে লুহ খেলিবলৈ। "বাবা—কথা নুশুনিলা নহয়—" মৰম সনা ডাবি এটাৰ সুৰত অনিমাই পুতলিক কথাষাৰ কয়। সাত

বছৰীয়া পুতলি তেওঁৰ প্ৰথম সন্তান। তামোলটো হাতত লৈ কাটিবলৈ আৰম্ভ কৰি তাৰ মুখলৈ চাই তেওঁৰ মনত ভাঁহি উঠে অতীতৰ এখন ছবি। অনেক বাধা পাৰ হৈ আহি গঢ় লৈ উঠা তেওঁলোকৰ সংসাৰখনৰ কথা হয়তো এদিন কল্পনাই কৰিব পৰা নাছিল; কিন্তু আজি তেনে এখন সংসাৰৰে তেওঁ এগৰাকী গৃহিণী।

তামোলখন মুখত ভৰাই তেওঁ কাগজখন মেলি বিছনাখনতে বাগৰ দিয়ে। পুৱাৰেপৰা পৰিশ্ৰমৰ স্থান, যৌৱনৰ শেষ খেলাৰ দেহাটো বিছনাখনে সাৰটি ধৰে। কাগজখনৰ প্ৰথম পাতটোৰ ভিতৰফালে থকা পৃষ্ঠাটো মেলি লৈ তেওঁ পঢ়িবলৈ ধৰে। কিন্তু চিয়াহী বেছিকৈ লাগি ডাঙৰ ডাঙৰ আখৰেৰে থকা কিবা এটা সেই কপিটোত অস্পষ্ট হৈ গ'ল। এটা ব্লক আৰু ব'ৰ্ডাৰ দি সজাই দিয়া—অস্পষ্টভাৱে জিলিকিছে। 'ডবল গ্ৰেট' টাইপৰ আখৰ কেইটাত বেছিকৈ চিয়াহী লাগি চিনিব নোৱাৰা হৈ গৈছে। তাৰ তলতে 'পাইকা বল্ড' টাইপৰ এটা অস্পষ্ট নাম। তাৰ বাওঁফালৰ কলমটোৰ প্ৰথমৰপৰা কথাখিনি আৰম্ভ হৈছে। —অনিমাই বিশেষ লক্ষ্য নকৰি মাথোন পঢ়ি যায়।—

"নামটো তাইৰ নেজানো। নিতৌ পুৱা সাত বজাত কাষলতিৰ তলত জাকডাল লৈ তাই সেই বাটটোৰেদি যায়— এটা দ্বিধাহীন মন্থৰ গতিৰে। বাহুত অফুৰন্ত কাৰ্য্যক্ষম শক্তি, অন্তৰত কৰ্ত্তব্যৰ উৎফুল্লতা তাইৰ ফুটি উঠা দেখা পাওঁ—ওৰণিৰে অৰ্দ্ধাস্বাদিত, সেই মোৰ বাবে ধুনীয়া মোহলগা মুখখনি



খিৰিকিয়েদি জুমি চাই। মোৰ এই দুৰ্ব্বলতাটো আনৰ বিচাৰত ঘৃণনীয় বা জগৰীয়া হলেও মোৰ মানত সি এটা চখ, এটা সৌন্দৰ্য্যলিপ্সাৰেই অভিব্যক্তি মাথোন। সেই কাৰণেই সুবিধাটো মই কেতিয়াও এৰি দিব নোখোজোঁ—মানে নোৱাৰোঁ। মনত পৰে—তাহানি কোনোবা এখন আলোচনীত পঢ়া কবিতা এটাৰ এফাকি—"জাকৱালী, মই তোক ভাল-পাওঁ'। লিখকে নিশ্চয় এই জাকৱালীজনীক দেখিয়েই সেই লাইনটো লিখিছিল। কলেজৰ তিনিকুৰি-সাতজনী গাভৰুৰ প্ৰসাধন-পুষ্ট চেহেৰাতকৈ তাইক মোৰ বেছি ভাল লাগে। সেইবোৰ কিবাকিবি কম্পজিশ্যন। সিহঁতৰ ৰূপৰ প্ৰতি মোৰ মোহ নাই; কিবা আছে যদি জীৱনটোক লগৰীয়াৰ সৈতে আমোদৰ মাজেদি চলাই নিয়াৰ এটা উপকৰণহে। চপলাক মই ভালপোৱা আজি ছয় কি সাত বছৰ হ'ল। তাইলৈ আছে এটা মোহ, এটা ভাললগা আৰু এটা সঙ্কোচ। কিন্তু জাকৱালীলৈ আছে মোৰ সৌন্দৰ্য্যলিপ্সাৰ এটা আবেগ, অন্তৰদেশৰ এটা টান। সেয়েহে মই মোৰ মনৰ মাজৰ সেই আদিম মানৱটোক দেখা পাওঁ তাইৰ দৰ্শনত। চপলা দূৰত আছে; দুই তিনি মাহৰ মূৰত কেতিয়াবা দেখাৰ সৌভাগ্য ঘটে। চপলাৰ ৰূপটোৱে মোক প্ৰথম দেখাতে মোহাভিভূত কৰিলে, সেয়েহে তাইক আজিও ভাল-পাই আছোঁ আগৰ দৰেই। বেচেৰীৰ বিয়া নহয় —কথাষাৰ ভাবিলে মোৰ বুকু ধপ্‌ধপাই উঠে। তাইক মই মোৰ অন্তৰখনৰ বাহিৰে আন একো দিয়া নাই; সিও এটা

স্থিতি আৰু সত্তাহীন কল্পনা মাথোন। তাতে তাই চিৰিয়াচ। হয়তো বি, এ, পাচ কৰিয়েই তাইক মই বিয়া কৰাব লাগিব। কথাটো ভাবিলেই মূৰ ঘূৰাই যায়। অসবর্ণ বিৱাহ—ঘৰত এনে এটা কথা কেনেকৈ সহ্য কৰিব বাৰু! অভিজাত ব্ৰাহ্মণ সন্তান মই। ঋষি-মুনিসকলৰ কথা কৈ শাস্ত্ৰৰ দোহাই দি আমাৰ বিচাৰহীন আচাৰ প্ৰবৰ্ত্তিত সমাজখন চলি আছে। মোৰ এনে এটা দুঃসাহসিক কামৰ বাবে তথাকথিত শাস্ত্ৰবোৰে কিবা বিধি-বিধান দি থৈছে যদিও সেইবোৰ আজিলৈকে বাস্তৱত সম্ভৱ হোৱা নাই; কোনেও তেনে মৰসাহো কৰা নাই। আমাৰখন সমাজত সি এতিয়া অচল টকা। সমাজত সত্যৰ বাবে এনে এটা বিপ্লৱ চলাবলৈ নিজৰ সামাজিক সত্তা, আত্ম-প্ৰতিষ্ঠা আৰু অৰ্থৰ জোৰ নাথাকিলে সকলোবোৰ হৈ পৰে—অৰণ্যৰোদন, পাগলৰ প্ৰলাপ।''

—কথাখিনি পঢ়ি অনিমাৰ খুব ভাল লাগে। নিজৰ জীৱনৰ লগত মিলি যোৱা কথা। লিখকজনৰ নামটো চাবলৈ তেওঁৰ এবাৰ মন যায়; কিন্তু পিচৰ কথাখিনি জানিবলৈ ক্ৰমবৰ্দ্ধমান ব্যগ্ৰতা আৰু ঔৎসুক্যই প্ৰথমটোৰ বিবতি আনে।—

* * * "সেইবোৰ বাদ দিছোঁ। এই জাকৱালীজনীলৈ মোৰ টানটোৰ কিয় উদ্ভৱ হৈছে ক'ব নোৱাৰোঁ। স্কুল-কলেজত ফেল কৰি কৰি আহি কোনোমতে এইখিনি পাইছোঁহি। বয়সে দেৰ-কুৰিৰ দেওনালৈ টনা-আঁজোৰা কৰিব লাগিছে;



তেনেস্থলত আজি আকৌ মোৰ এই ভাব কিয় আহিল মই একো ভাবি নাপাওঁ। যুক্তি বিচাৰ, আগৰ অভিজ্ঞতা, সকলোবোৰ তল পৰি যায়—তাইৰ ওচৰত। "চুইট্‌ টু এণ্ড টুৱেন্‌টিক" কেতিয়াবাই বিদায় দিছোঁ, তাৰ স্মৃতিটো লাগি আছে চপলাতে। তথাপি জাকৱালীক মোৰ ভাল লাগে; চপলালৈ কিন্তু কিয় জানো ভয় লাগে। প্ৰেমিকবোৰৰ আনৰ প্ৰতি দুৰ্ব্বলতা উদ্ভৱ হোৱাটো প্ৰেমিকাৰ কাৰণে সাংঘাতিক দোষৰ কথা। তাতে সিহঁতে স্বক্ পায়—কিজানি প্ৰেমিকে পাহৰি যায়। মোৰ বাবেই পুৰুষ জাতিটোৱে এনে এটা বদনামৰ বোজা পোৱাটো মই বাঞ্ছা নকৰোঁ। নিজকে ৰিজাৰ্ভ হবলৈ যত্ন কৰোঁ, অৰ্থাৎ আত্মগোপন।

জাকৱালীৰ ৰূপ-তৃষ্ণা মোৰ কিন্তু 'চিৰিয়াছ' নহয়। তাৰ দ্বাৰা মই কাৰো একো অপকাৰ কৰিব খোজা নাই—নোখোজোঁ। দুৰ্ল্লভে লতিকাক ভালপোৱাৰ দৰেই কাকো জানিবলৈ নিদিয়াকৈ তাইক মই এবাৰ মাথোন চাওঁ। আগৰ কথা মনত পৰিলে কিন্তু ভয় লাগে। চন্দ্ৰাননী চপলাৰ ৰূপটো চোৱাই আছিল মোৰ প্ৰেম—ভালপোৱা। কিন্তু সেই প্ৰেমৰ লক্ষ্য আৰু শেষ সিদ্ধান্ত বিয়াখন বুলি প্ৰায়বোৰ ডেকা গাভৰুৱে ভাবি লোৱাৰ দৰে সমস্যাটো চিন্তা কৰিবলগীয়া হৈছে। মৰম, বেথা, ৰূপৰ মোহ—এইবোৰ তেনে যৌবনটোৰ লগতেহে থাকে নেকি? আজি মোৰ কাৰণে ই এটা নজনা 'ফৰমূলাৰ এলজেব্ৰা'। আজিৰ সভ্যতা, সংস্কৃতি, প্ৰগতি, এইবোৰ কথাৰ

মজিতা যেতিয়া প্ৰেম বিৰাজমান—ইয়াৰ লক্ষ্য আৰু আদৰ্শ—উদ্দেশ্য তেনেকুৱাই যেতিয়া হয়, তেন্তে তাক মাৰ্জিত পশুত্ব (refined animality)ৰ বাহিৰে আন কি নাম দিব পৰা যায় ?

চপলালৈ খং উঠে। ছোৱালীবোৰ আঁকৰী। সিহঁতে নুবুজে। নুবুজিলেও বুজিবৰ চেষ্টা নকৰে। জাৰুৱালীক চাবলৈ ভাল লাগি চপলাৰ ওপৰত মোৰ খং উঠা নাই। সেই সচেষ্টতাখিনি মোৰ নিশ্চয় হেৰাই যোৱা নাই। মোৰ কেইবা-জনো প্ৰেমিক-প্ৰেমিকা বন্ধু-বান্ধবীৰপৰা পোৱা অভিজ্ঞতাই মোক এনে আষাৰ কথা কোৱাইছে। * * * *

—অনিমা উদ্বিগ্না হৈ পৰিল। লিখকজনৰ প্ৰতি কৌতুক আৰু সহানুভূতি উপজিল। চপলাৰ চৰিত্ৰটো দেখোন তেওঁৰ গাতো খাটে। লিখকজনৰ নামটো পঢ়িবলৈ তেওঁ বৰ যত্ন কৰে। চিয়াঁহী লাগি এফাল লেতেৰা হোৱা আৰু ইফাল ভালকৈ ছপা নোহোৱা আখৰকেইটাৰ কাৰণে নিজকে তেওঁ দুৰ্ভাগী বুলি ভাবি বিচনাতে উচ্‌পিচাই থাকিবলৈ ধৰে। খুব যত্ন কৰি উপাধিটো সেই লিখকজনৰ "বৰুৱা"ই হব বুলি থিৰাং কৰিলে। ছেঃ—হকাৰটো পোৱা হলে অন্য এখন ভাল কাগজ চাই ললোঁহেঁতেন। * * * "খুব আমোদ লাগিছেনে কি ?" —হঠাৎ দয়ালৰ কথাষাৰে ভাব-বিভোৰা অনিমাক প্ৰকৃতিস্থা কৰি তোলে। অসংযত হৈ পৰি থকা কাপোৰখন বুকুলৈ তুলি ধৰি অভিমানৰ সুৰত তেওঁ কয়—"কলৈনো গৈছিল ইমানপৰ, ভাত-পানী খাব নালাগে নেকি ?"—কথাষাৰ কৈছিল যদিও তেওঁৰ মনটো আছিল গল্পটোত। নামটো, লিখকজনৰ নামটো আৰু গল্পটোৰ শেষৰ কথাখিনি জানিবলৈ তেওঁ অতি ব্যগ্ৰ হৈ পৰিছিল। দয়ালে মাত লগালে—"কলৈ যাম আৰু, তৰুণ আৰু "অজামিল" হঁতে ধৰি ফাইন কৰিলে, চাহ মিঠাই চলিল, তিনি টকা বাৰ অনা ভৰি আহিছোঁ।" ব্যগ্ৰ হৈ অনি-মাই একো বুজিব নোৱাৰি সুধিলে—"কিয়" ?—তৃপ্তিৰ ৰেখা এটাই স্মিতহাস্যৰ ৰূপ লৈ দয়ালৰ ওঁঠৰ কাষেদি বিৰিঙি পাৰ হৈ গ'ল। ক'লে—"বেঙী নেকি, পঢ়িয়েই আছা দেখোন।"

আনন্দিত উৎফুল্লা অনিমাৰ মুখেদি মাথোন ওলাই আহিল—"বা-আস্।"

---

# নীলাচল নৃত্য সঙ্ঘ

( শান্তিদূত, বুধবাৰ ১৯ জানুৱাৰী ১৯৫৫ )

—কথাটো লাহে লাহে কেউফালে ওলাই পৰিল। তিলকে এদিন মোক মাতি নি সুধিলে। কিন্তু মইতো সেই বিষয়ে একো নাজানিছিলোঁ। মাধৱহঁতৰ লগত ময়ো ফুৰিছিলোঁ। যদিও গিৰিজাহঁতৰ সৈতে ক্লাবলৈ অহাযোৱা কৰা মোৰ বৰ টান লাগিছিল। প্ৰবীণহঁতে আকৌ ভেঙুচালি কৰি একোটা কাহ, গলহেকাৰি আদিৰেই ঘৰৰপৰা বাটতে আমাক অভিবাদন জনাইছিল। সুবিধাবাদী কেতবোৰে তেনেকুৱা দলত উপযাচি লগ লয়হি। তাকে কৰিব নোৱাৰাসকলৰ হিংসা হয়; সেয়েহে ঠাট্টা-মস্কৰা কৰে। অৱশ্যে লগ লাগিবলৈকো গাত কিবা অকণমান গুণ লাগে। প্ৰদীপৰ কিন্তু একো নাছিল, তেওঁ এনেয়ে 'অনাহুত' হৈয়ে আমাৰ লগ লৈছিল। মায়ো আকৌ নৃপেন মামাৰ কথা এৰাব নোৱাৰিহে লগত ফুৰিছিলোঁ। আগতে ময়ো কিন্তু কম নাছিলোঁ; পহিলা দিনা মাধৱৰ লগত গিৰিজাহঁত আহি মটৰৰপৰা নমা দেখিয়েই মাধৱৰ ফালে চাই যিটোহে কাহ মাৰিলোঁ—সি বোধহয় মোৰ হাঁপানী হোৱা বুলিয়েই ভাবিছিল! কিন্তু তেতিয়াতো কল্পনাও কৰিব পৰা নাছিলোঁ যে সেই গিৰিজাহঁতৰ লগতে এদিন ময়ো নাচিবলৈ



যাব লাগিব। সেইবুলি মই নৃত্যশিল্পী নহয় আক' দেই। গাৱঁলীয়া ল'ৰা গাৱঁত থাকি ডাঙৰ হোৱা কাৰণেই খোলত দুই-এটা চাপৰ মাৰিব জানিছিলোঁ। সেইকাৰণে মামাই মাতি আনি মোক তাতে লগাই দিলে। মাধৱ, দ্বীপেন, নৃপেনমামা, গিৰিজা তৰা, কুসুম, এওঁলোকে নাচে আৰু মই বজাওঁ। ধীৰেনে তাল বজায়। লগত কেতিয়াবা তবলা, ভায়লীন আদি পুলিনহঁতে বজায়। চন্দ্ৰৰ নামটো নকলে সি কিজানি বেয়া পাব, কাৰণ সি নিজেই বৰ ডাঙৰ শিল্পী বোলাবলৈ যোৱা মানুহ। বেচেৰা মণি ককাইদেউটো আমাৰ লগত তাল বজাবলৈ আৰু বিশেষকৈ টোপোলা কঢ়িয়াবলৈকে লগ লাগিল। আমাৰ দিনবোৰ ভালেৰেই গৈ আছিল। তাৰ মাজতে টকা পইচাৰ গণ্ডগোল আদি সৰু-সুৰা কিছুমান কথা ওলাইছিল যদিও সেইবোৰ সিমান ধৰিবলগীয়া নহয়।

গিৰিজাহঁতৰ লগত মোৰ কথা-বতৰা পতা নহয়েই। আৱশ্যক নাথাকিলে উপযাচি কিবা এটা কথাৰ সূত্ৰপাত কৰি লবলৈ মইতো প্ৰদীপ নহয়।

"এৰা, মই কামিনী মাষ্টৰৰপৰাহে শুনিছোঁ, পিছে চাবি দেই"—তিলকৰ কথাষাৰ মই অলপ চিন্তা কৰিবলগীয়া হয়। কামিনী মাষ্টৰ—নামটোৰ লগতে মোৰ আকৌ মনত পৰিল সিদিনা মণিৰ দেউতাকে কোৱা কথাষাৰ—"এৰা, ছোৱালী-কেইজনী অহাৰপৰা সিহঁতৰ ঘৰত আড্ডা নুগুচাই হ'ল। তাতে আমাৰ বৰডেকাও লাগিছে।" মই ভাবোঁ—এই বুঢ়াটোৰ কি

আৱশ্যক এইবোৰ বকি ফুৰিবলৈ। তথাপি কামিনীৰ কথাটো ভাবোঁ। তেওঁ অতি সোনকালে গিৰিজাহঁতৰ মাজত সোমাই পৰিছে—যেন বহুত্ত দিনৰ চিনাকি, কিবা বৰ ওচৰ সম্বন্ধীয়। মামাৰ ঘৰলৈ তেওঁৰ অহাযোৱাও আগতকৈ ঘন হৈছে। এইবোৰ বাতৰি মোক অৰুণেহে দিয়ে দেই। সেই কামিনী মাষ্টৰেই তিলকৰ আগত কয় প্ৰদীপৰ কথা। এতিয়াই এই দুটাৰ মুখত শুনিলোঁ। প্ৰদীপৰ চেহেৰাটো মনত পৰিলেই মোৰ খং উঠে। ঈশ্বৰৰ সৃষ্টিক হাঁহিব নাপায়, মোৰো কাৰ্ত্তিক যেন চেহেৰা নহয়; তথাপি তাৰ চৰিত্ৰৰ কথা মনত পৰিলে, ভোটাহা ফেচা যেন নাকটোতে ডোল এডাল লগাই দিবৰ মন যায়। হেডমাষ্টৰৰ জীয়েক ৰেখাই সিদিনা তাৰ নাকটো দেখুৱাই ভাও ধৰাৰ কথা মনত পৰি অকলে অকলে হাঁহি উঠিল। প্ৰদীপৰ লগত একেলগে পঢ়িছিলোঁ—সৰুতে। সি এতিয়া ডাক্তৰ। কলেজত পৰীক্ষাৰ ভাৰ লৈ দেওনা পাৰ হব নোৱাৰি কেইবাবাৰো কৰ্ফাল খাই পৰি আমি হলোঁ বেকাৰ। ডাক্তৰ প্ৰদীপ হাজৰিকা। নামটো তাৰ শুনাত ভাল। অবিবাহিত ডেকা। একেলগে পঢ়িছিলোঁ। যদিও আজিকালি আমাৰ নিচিনা মানুহক মাতিবলৈ টান পায়। তাকে গিৰিজাকে লৈ আজি এইবোৰ বু-বু-বা-বা ওলাইছে। কলঙ্কটো অকল তাইৰে নহয়—আমাৰ গোটেই দলৰে হব। তাইৰ ওপৰত মোৰ ঘৃণা উপজিল। ইমান সোনকালে নিজক পাহৰি যাব নাপায়। কথাটো কিন্তু কিমান দূৰ সঁচা মই থিৰাং কৰিব নোৱাৰিলোঁ। প্ৰদীপ অৱশ্যে আজিকালি ঘনাই



মামাহঁতৰ ঘৰলৈ অহাযোৱা কৰা দেখা পাওঁ। কিন্তু সেই বুলিয়েই * * *

সিদিনা মাধৱে কোৱা কথাষাৰ মনত পৰিল। তাৰ আৰু ৰেখাৰ কথা কিছুমানো ইটো সিটো কৰি আমাৰ মহলত ওলাইছিল। কোনোবা ডেকা ল'ৰাৰ সান্নিধ্যলৈ কোনোবা গাভৰু অহা দেখিলেই চকু-চৰহা এদলে নানা কথা ৰটি ফুৰে—ছোৱালী কমন-ৰুমৰ ওচৰত বা ৰাস্তাত কলেজৰ ছোৱালীৰ লগত একাষাৰ কথা পাতিব পাৰিলে পৰম ভাগ্য আৰু ধৈৰ্য্য পুৰুষ উদ্ধাৰ হ'ল বুলি ভবা দেবেনহঁতৰ দৰে। মাধৱকো চিনা টান দেই। তাতে আকৌ তাৰ ধুনীয়া সেই চেহেৰাটোও সময়ত আমাৰ কেইজনমানৰ হিংসাৰ কাৰণ হৈ উঠিছিল। তাৰ নাচ, গান, কবিতা, ছবি, এইবোৰৰ লগতে লাগি আছিল —তাৰ চিৰ বিৰাজমান স্মিতহাস্য আৰু অমায়িকতাৰে ভৰা মুখখনি। সেই কাৰণে দ্বীপেনৰো পেটে পেটে তাৰ প্ৰতি এটা ঈৰ্ষাৰ ভাব আছিল। তাতে দ্বীপেনে নাচৰ বাহিৰে বাকী কেইটা নাজানিছিল; সিও তাৰ গাত 'ৰিচেপ্টিভ'ৰ অংশ বেছি আছিল "ক্ৰীয়েটিভ"তকৈ। তদুপৰি তাৰ চেহেৰাটো ধুনীয়াটো নহয়েই, সুস্থও দেখা নগৈছিল। বহল আৰু উঠা কপালখনৰ ওপৰত আপেক্ষিকভাবে ডাঙৰ মূৰটো, সৰু-নেওতাৰ পাঁচ কিম্বা থোপোকা আমটোৰ দৰে মুখখনেৰে সি ভালকৈ নাচিলেও লোকক সহজে আকৰ্ষণ কৰিবলৈ অক্ষম হৈ পৰিছিল।

ষোল বছৰীয়া ৰেখাজনী। ছোৱালীবোৰেও নাচ গানৰ মাজেদি নিজৰ প্ৰতিভা বিকাশ কৰিবলৈ বিচাৰে। মাধৱৰ খুড়ীয়েকৰ বংশৰ মামাক ৰেখাৰ দেউতাক ; সেই সম্বন্ধেৰে ৰেখা তাৰ ভনীয়েক হয়। ৰেখহঁতৰ ঘৰৰ কাষতে সৰু ঘৰ এটাত সি থাকে। তাতে সঙ্ঘৰ কাৰ্য্যালয়ো সিয়েই চলায়। সেইটো তাৰ ষ্টুডিঅ'ও। ৰেখা আহি তাতে তাৰ লগত কথা-বতৰা পাতে, গান গায় আৰু ছবি আঁকা চায়। আমি যোৱা দেখিলেই কাপ-প্লেটবোৰ হাতত লৈ পাছফালৰ বাটেদি তাই ওলাই ঘৰলৈ যোৱা কেইবাদিনো দেখিছোঁ। মাধৱৰ চৰিত্ৰৰ বিষয়ে মোৰ অভিজ্ঞতা নাই। তথাপি দেখাই-শুনাই চলনে-ফুৰণে তাক বৰ নীৰিহ যেন লাগে। এবাৰ ৰেখাৰ অসুখত সি বৰ শুশ্ৰূষা কৰিলে। সেই কাৰণেই তাইৰ মনত সি বৰ আপোন যেন হৈ পৰিল। সিহঁতৰ সেই অকপট মিলা-প্ৰীতি প্ৰবীণহঁতে বৰ ভাল নাপাইছিল ; সেই কাৰণেই কিছুমান কথা উলিয়াইছিল। সেইবোৰত মাধৱে গুৰুত্ব নিদিয়াৰ কাৰণেই লাহে লাহে সি তল পৰিল। নিৰ্ভীকভাবে সি ৰেখাৰ লগত আগতকৈয়ো বেছি ঘনিষ্ঠতা স্থাপন কৰিলে। ৰেখাই কিন্তু তাকে ভুল বুজিলে। সেয়েহে তাৰ অজ্ঞাতেই তাই নিজকে উচৰ্গা কৰিলে মাধৱৰ ওচৰত। মাধৱে নিজকে সদায় সংযত ৰাখি চলিছিল। ৰেখাৰ লগত প্ৰদীপৰ ঘনিষ্টতা স্থাপনৰ চেষ্টা আৰু সেই অসৎ উদ্দেশ্য ফলৱতী কৰিব নোৱাৰি আঁতৰি যোৱাৰ কথা মাধৱে জানে। সেইকাৰণে গিৰিজাহঁতৰ



কথাটোত মাধৱ বেছি সতৰ্ক হবলগীয়া হ'ল। কাৰণ গিৰিজাহঁতৰ ওপৰত তাৰো এটা দায়িত্ব আছিল ; কিন্তু প্ৰদীপ আৰু গিৰিজাৰ পৰস্পৰৰ ভাবৰ বিনিময়ক প্ৰতিৰোধ কৰিবলৈ মাধৱৰ কোনো উপায় নাছিল। গিৰিজাৰ ওপৰত তাৰো ঘৃণা উপজিল। তাই অতি সোনকালে নিজক পাহৰি গৈছে। সিহঁতৰ বিষয়ে শুনা কথাবোৰ সি তাৰ গুৰু নৃপেণ মামাক জনালে।

এনেবোৰ ক্ষেত্ৰত মামা উদাসীন আছিল। গতিকে সমস্যাটোৰ কাৰণে মাধৱকেই গিৰিজাহঁতক সতৰ্ক কৰি দিবলৈ কলে। মাধৱেও তাইক সকলোবোৰ কথা বুজাই কলে তাই যেন নিজৰ কথা পাহৰি নাযায়। তেনেকৈ কোৱাটো তাৰ এক প্ৰকাৰ কৰ্ত্তব্যও। কাৰণ—সমাজৰ নিচেই তল খাপত পৰিথকা অৱস্থাৰপৰা সিহঁতক তুলি আনি জীৱিকাৰ সংস্থান কৰোৱাৰ মূলতে হ'ল মাধৱ। তেনে অৱস্থাৰ গিৰিজাৰ লগত ধনীৰ দুলাল অভিজাত অভিমানী প্ৰদীপৰ কিহৰ তুলনা হয়! খন্তেকৰ খেলত ভোল গৈ আজি তাই আমাৰ দলটোৰ প্ৰতি অন্যায় কৰিব খুজিছে।

—নিজৰ বদনাম ওলোৱাৰ কথা প্ৰদীপেও তেওঁৰ দুই এজন বন্ধুৰপৰা শুনিবলৈ পাইছিল যদিও সেইবোৰৰ প্ৰতি তেওঁ আওকণীয়া ভাও ধৰিলে। চলন-ফুৰণ গিৰিজাহঁতৰ গলত তেওঁৰ কথা-বতৰা আগতকৈ অলপো পৰিবৰ্ত্তন নহ'ল। সহিব নোৱাৰি মাধৱে তেওঁকো এদিন কেইটামান কথা ইঙ্গিতেৰে বুজালে।

প্ৰদীপে সেইবোৰ শুনিবলৈ অস্থিৰতা বোধ কৰিলে। তথাপি আগন্তুকৰেই নিৰ্বিঘ্নে অহা-যোৱা চলি থাকিল। গিৰিজাই লাহে লাহে প্ৰদীপৰ সান্নিধ্যৰপৰা নিজকে আঁতৰাই নিবলৈ চেষ্টা কৰিলে। সুচতুৰ প্ৰদীপে এই কথা হঠাতে এদিন আৱিষ্কাৰ কৰি পেলালে।

"আমাৰ শ্বিলঙত শ্ব' কৰা নহয়।"—মাধৱক মই কলোঁ।

"কিয় ?"—ব্যগ্ৰতাৰে সি সুধিলে।

"প্ৰদীপে টকা দিব নোৱাৰে হেনো; মামাৰ আগত কোৱা শুনিলোঁ"—কথষাৰ মই একে উশাহতে কৈ পেলাবলৈ চেষ্টা কৰোঁ। মাধৱে এটা হুমুনিয়াহ এৰিলে। কিবা এটা ভাবি সি গম্ভীৰ হৈ পৰিল।

টকা। এই টকাৰ কাৰণেই নাচৰ দলৰ সৃষ্টি। প্ৰত্যেকৰ ব্যক্তিগত অৰ্থাভাৱৰ কাৰণেই নচাটো আজি হৈ পৰিছে ব্যৱসায়। নহলে উপায় নাই। টকা লাগে জীয়াই থাকিবলৈ, —খাব পিন্ধিবলৈ আৰু নিজকে সমাজত প্ৰতিষ্ঠা কৰিবলৈ।" "নীলাচল নৃত্য সঙ্ঘৰ" সামূহিক আৱশ্যক টকা; গিৰিজা নাচিবলৈ আহিছে টকাৰ কাৰণেই। প্ৰদীপৰ ওচৰত আত্ম-সমাৰ্পণ কৰা হ'লে হয়তো শ্বিলঙত শ্ব' কৰিও টকা পালেহেঁতেন কিন্তু সেই টকাৰ কাৰণেই তাই নাচিবও, আৰু নিজৰ সত্বাটোও হেৰুৱাব লাগিবনে ??

---

# শেঁতা সন্ধিয়াৰ এপিঠি

( শান্তিদূত, ১২ ডিচেম্বৰ, ১৯৫৪ : দেওবাৰ )

বেচেৰা অৰুণটোৱে ভাবিছিল যে গান বা কবিতা লিখিব পৰিলেই গল্পও লিখিব পাৰে। সেয়েহে সি মোৰ কথাষাৰ শুনি অসহায় চাৱনি এটাৰে চাই ক'লে—"ধেৎ, সেইবোৰ নকৰিবি এনেয়ে মোৰ ওপৰত দাদাহঁতৰ এটা সন্দিহান দৃষ্টি সদায় আছেই, তাতেই আকৌ।" * * *

মোৰপৰা তেনে অভিপ্ৰায়ৰ কথা শুনিব বুলি সি ভাবিবই পৰা নাছিল। হঠাৎ কথাষাৰ শুনাৰ লগে লগে সি চক্ খাই উঠিল। তাতে মই কেতিয়াবা একোটা কাম নভবা-নিচিন্তাকৈ কৰি পেলোৱা কথাটোও সি লক্ষ্য কৰিছে। সেইকাৰণে মোৰ কথাষাৰ সি সঁচা বুলিয়েই ধৰি ললে। কিন্তু মই গান বা কবিতা দুই এটা লিখিব পাৰিলোঁ বুলিয়েই যে ( সিও বোধহয় প্ৰকৃত গান কবিতা হোৱা নাই, কাৰণ আজিলৈকে বহুতো পঠালোঁ কিন্তু কোনো কাগজতেই এটাও প্ৰকাশ হোৱা নাই )। গল্পও নিখিব পৰিম, তেনে দুৰাশা কেতিয়াও মই মনত পোষণ কৰা নাই। গল্পতো মই লিখা নায়েই, চেষ্টাও কৰা নাই আৰু পৰিম বুলি আশা বা চখো মোৰ নাই। তথাপি অৰুণক ভয় খুৱাবৰ কাৰণে আকৌ কলোঁ—"নাই নাই, মই তোক আৰু মানাক লৈ গল্প এটা লিখিমেই।"

এইবাৰ সি গম্ভীৰ হ'ল আৰু তেনে নকৰিবলৈ মোক কাকুতি কৰিবলৈ ধৰিলে। পেটে পেটে মোৰ খুব হাঁহি উঠিছিল তাৰ অৱস্থাটো দেখি।

সন্ধিয়াৰ আগে আগে। দদায়েকহঁত কোনো নাই ; ঘৰত ৰান্ধনি ল'ৰাটো আৰু সি। বাৰাণ্ডাৰ বেঞ্চখনতে দুয়ো বহি কাগজখন চাই আছিলোঁ। অৰুণৰ দৃষ্টি কিন্তু মীনাহঁতৰ ঘৰৰ ফালেহে গৈছিল—কলেজ বহিবৰ সময়ত বৰঠাকুৰৰ দৃষ্টিটো সঘনে ৰাস্তালৈ যোৱাৰ দৰে। অলপ সময়ৰ নিস্তব্ধতা ভাঙি সি কৈ গ'ল তাৰ অতি সৰলভাৱে অতিবাহিত কৰা জীৱনটোৰ কথাবোৰ। চিগাৰেটটোত টানকৈ হোপা এটা মাৰি সি কথা-কোৱাৰ মাজতে অলপপৰ ৰৈ একেথৰে মোলৈ চালে।—"মোৰনো বাৰু বন্ধু আৰু কোন আছে ; তোকে আটাইবোৰ কথা কৈ মনৰ দুখ পাতলাও বুলি ভাবোঁ, তয়ো আকৌ তাকে লৈ দুষ্টামিখন কৰিবলৈ ওলাৱ।"—অভিমানৰ সুৰ কথাষাৰত। —ঘৰীটোলৈ চাই তাৰপৰা বিদায় লওঁ সেইদিনালৈ। তাৰ প্ৰেমৰ কাহিনী শুনি থাকিলেতো মোৰ নহব। মই মোৰ বাটে খোজ লওঁ। বাটত সিহঁতৰ মানে অৰুণ আৰু মীনাৰ কথা ভাবোঁ। আঁতৰত উচ্চ শিক্ষা লৈ আহি এতিয়া সি আগৰে-পৰা ভাল পাই অহা মীনাক লৈয়ে তাৰ সংসাৰখন পাতিব খোজে। কিন্তু দাদাকহঁতৰ তাত সন্মতি নাই ;—চাকৰি হলেহে তাৰ বিয়া হব আৰু সেই বিয়া মীনাৰ সৈতে হবলৈ কেতিয়াও নিদিয়ে। সিহঁতৰ ঘৰখনৰ বোলে আচাৰ-ব্যৱহাৰ



বৰ ভাল নহয়। মীনাৰ দেউতাকে কিন্তু নিজ কৰ্ত্তব্যত হেলা কৰা নাই। শিক্ষিত ডেকা জোঁৱাইৰ আশাত কন্যাৰ দায়ত থকা অভিভাৱকে আজিৰ যুগত যিখিনি কৰিব লাগে, মীনাৰ দেউতাকেও সেইখিনি কৰিছে। অৰুণৰ দদায়েকে কিন্তু মীনাৰ নামকে নুশুনে। তাইৰ হেনো চৰিত্ৰও বৰ ভাল নহয়। এৰা, এই ছোৱালীবোৰক চিনিবলৈ বৰ টান। সম্পূৰ্ণ সান্নিধ্যলৈ নগলে ইহঁতৰ বিষয়ে দুই এজনে দিয়া মন্তব্যকে ধৰি লোৱাটো কেতিয়াবা সম্পূৰ্ণ বিপৰীত দেখা যায়। এই মীনাক লৈ ডেকা চেঙলীয়াসকলৰ মাজত নানা ধৰণৰ হোৱা আলোচনাৰ কথা মোৰ কাণতো পৰেহি। সিহঁতৰ ঘৰৰ পাছফালে থকা সেই ৰিফিউজী ল'ৰাটো—সমীৰ, সি তাইৰ প্ৰাইভেট টিউটৰ। তাৰ লগত দোকানে-বজাৰে ফুৰা দেখিলে ল'ৰাবোৰে তাইক জোকায়। মই কেতিয়াবা এনেবোৰ প্ৰত্যক্ষে দেখিবলৈ বা শুনিবলৈ পাওঁ। আজিৰ যুগৰ সভ্যতাতকৈ বহুত পিছত পৰি থকা (?) সেই তাহানি দিনৰ গুৰু আৰু শিষ্যৰ সম্বন্ধৰ কথা ভাবোঁ। অলপতে হোৱা আমাৰ সঙ্গীতানুষ্ঠানৰ আগদিনা ৰাতি ন বজাত মই ক্লাবৰ ঘৰলৈ আহোতে বাটতে সিহঁত দুয়োকো ৰিক্সাত উঠি যোৱা দেখিছিলোঁ।—চাৰি আলিটোতে সিফালৰপৰা অহা মটৰৰ লাইটৰ পোহৰত। মামুদ হাজৰিকাৰ মুখত শুনিলোঁ।—তাই বোলে বৰ লাজকুৰীয়া আৰু সৎ স্বভাৱৰ ছোৱালী। মহন্তই তাহানি এবাৰ মোক কৈছিল সিহঁতৰ ইটোৱে সিটোক দেখিলে হেনো থাকিবই নোৱাৰা হৈছিল। সেই কাৰণে মহন্তৰ

লগত বোলে এবাৰ বিয়াৰো বন্দোবস্ত হৈছিল। আকৌ মনত পৰিল এবাৰ ৰাতি কিবা থিয়েটাৰ এখনৰপৰা মোৰ নলেগলে লগা বন্ধু লহকৰৰ লগত ঘৰলৈ বুলি আহি বোলে লহকৰৰ ঘৰহে পাইছিলগৈ। সেইবোৰ খবৰ ৰাখিবৰ প্ৰয়োজন মোৰ নোথাকিলেও ছোৱালীবোৰৰ দায়িত্ব বহুতো সময়ত মোৰ ওপৰত থকাৰ কাৰণেইহে মই শুনিবলৈ পাইছিলোঁ। সেই মীনাৰ হাতৰ দীঘলীয়া চিঠি আজি অৰুণৰ হাতত দেখি আহিছোঁ।—

এৰা, সিহঁতৰ গাতো দোষ নাই। গাভৰু ছোৱালী ঘৰত থাকিলে সুবিধা পালেই উপযাচি অনুগ্ৰহ দেখুৱাবলৈ ওলোৱা ডেকাৰ সংখ্যা আজিৰ সমাজত কম নহয়। ভদ্ৰতা, খাটিৰ, মৰম আদি বহুতো কথাই থাকিব পাৰে কিন্তু সকলোৰেতো তেনে নহয়। বিৰজাজনীলৈ মনত পৰিল। তাইতো মোৰ মনত সাংঘাতিক ছোৱালী। তাই কাকো তেনে সুবিধাই নিদিয়ে। সকলোৰে লগত হাঁহি মাতিয়েই সকলো ধৰণৰ কথাকে পাতে যাদও তাইলৈ বোধহয় ভয় নকৰা পোন্ধমৰা মজাৰ সংখ্যা বেছি নহব।

—ভাবি ভাবি গৈ আছিলোঁ। বাটটো ভুল হোৱাৰ কাৰণে অৰ্চনাহঁতৰ ঘৰলৈ অলপ ঘূৰি আহি সোমাবলগীয়া হ'ল। তায়ো মোলৈকে বাট চাই আছিল, অলপ পলমহে হ'ল। সদায় ঘৰীৰ কাঁটাৰ দৰে একে সময়তে আহিব পৰাটোও সম্ভৱ নহয়। ছুখীয়া হলেও আমি আমোদ-প্ৰমোদ, হাঁহি-ধেমালি, বন্ধু-বান্ধৱ আদি



বিচাৰোঁ। আমিওতো তেজ-মঙহেৰে গঠিত মানুহেই। কঠোৰ জ্বলন্ত বাস্তৱটোক অস্বীকাৰ কৰাৰ ক্ষমতা জানো আমাৰ আছে? প্ৰকৃতিৰ প্ৰভাৱ সদায় আমাৰ ওপৰত আছেই—সি সদায় জয়ী। অৰ্চনাৰ তাত বেছি পলম নকৰোঁ বুলিয়েই তাইক আগতে দিয়া শিৰৰঞ্জনীটোৰে কাম অলপ দি মই চিগাৰেট এটা জ্বলাই বহিলোঁ।

জোনটিয়ে সৰস সন্ধিয়াটোৰ জেউতি আৰু বঢ়াই তুলিছে। পূৱালী আকাশত শুকুলা শাৰদীয় ক'ৰবাৰপৰা অহা এছাটি বতাহে শেৱালিৰ সুৰভিৰ মাদকতাখিনি আনি আমোল-মোলাই পেলালে। অৰ্চনাই ভায়'লীনত আঙুলি বুলাইছে। খিৰিকীৰ কাষৰ চকী এখনত বহি বাহিৰৰ জোনাকখিনি চাই চাই শুনি আছিলোঁ ৰাগিনীটো। প্ৰকৃতিৰ অপূৰ্ব্ব পুলক ভৰা পৰিবেশটোত মই নিজকে হেৰুৱাই পেলাইছিলোঁ। অৰ্চনা যেন কোনোবা সপোন দেশৰ এক অপৰূপা ৰূপকুঁৱৰী—সুৰৰ ইন্দ্ৰজালেৰে বসুধাক বিমোহিত কৰিবলৈ—নামি আহিছে। মাজতে তাই ভুল কৰি দিলে; মোৰ তন্ময়তা ভাগিল। শিৰৰঞ্জনীত 'গা' টোৰ প্ৰকৃত স্থানৰ কথা বুজাই দি দুবাৰমান বুজাই দেখুৱাই তাৰপৰা গুচি আহিলোঁ। অৰ্চনাই জোৰকৈ ধৰা সত্বেও চাহ খাবলৈ নৰলোঁ। বাহিৰত ফৰিংফুটা জোনাক।

ঘৰ পালোহি। মেজৰ ওপৰত ঢিমিকি জ্বলি থকা লেমটোৰ ফিটাডাল বঢ়াই দি টেবুলৰ ওপৰত পৰি থকা কাগজ-বোৰলৈ চকু পৰিল: কিছুমান চিঠি। আখৰবোৰতেই চিনি

পালোঁ ; এখন নিবোদৰ, ডিগবইৰপৰা দিছে, এখন ভাইটোৱে দিছে, এখন পাৰুলৰ আৰু ইখন চিনি নাপালোঁ। সেইখনকে আগধৰি খুলি চাই দেখিলোঁ—সঙ্গীত সন্মিলনীৰপৰা দিয়া শিৱসাগৰৰ চিঠি—নিমন্ত্ৰণী। আটাই কেইখনতকৈ পাৰুলৰখন বেছি আদৰৰ কাৰণে আগ্ৰহেৰে খুলিলোঁ সেইখন। তাই লিখিছে সদায় লিখা সেই একেটা কথাকে—চিঠি নিদিয়াৰ অভিযোগ। আজিকালি হেনো মই তাইৰ প্ৰতি ঔদাসীন্য অৱলম্বন কৰিছোঁ তাৰ পিছত তাইৰ খবৰ, মই কেনে আছোঁ—ইত্যাদি। নিবোদৰখনো সেই প্ৰায় একেটা গতৰ। ভাইটোৰখন খুলি ললোঁ—ফুলস্কেপ কাগজ এটাৰ দুয়ো পিঠিয়ে লিখা এখন দীঘল চিঠি। ওপৰে ওপৰে এবাৰ পঢ়ি চালোঁ, কিন্তু হেঁপাহ নপলাল। অমনোযোগিতাৰে পঢ়া বাকী চিঠি কেইখন আকৌ এবাৰ পঢ়িবলৈ জাগি উঠা ইচ্ছাটো এইখন চিঠিয়ে তল পেলালে। আকৌ এবাৰ মুৰৰপৰা সেইখনকে ভালকৈ পঢ়ি গলোঁ। একোবাৰ কাণ-মুৰ গৰম হৈ উঠে ; চকুৰৰ পটা দুট সেমেকি যায়। ওচৰৰ কোনোবা এঘৰৰ ৰেডিঅ'ৰপৰা সঙ্গীতৰ এটা তৰঙ্গ ভাঁহি আহিছিল। চিনেমা হলৰ ৰূপালী পৰ্দাত তেতিয়া বোধহয় কোনোবা নৃত্যৰতা যুৱতীৰ মুক্ত বক্ষত নাচোনৰ স্পন্দন উঠিছিল। নিসহায় হৈ এটা হুমুনিয়াহ এৰিলোঁ।

—আৰে, সেইটো দেখোন প্ৰণীতাৰ কণ্ঠ ; মই শিকোৱা গান! —অ' হয়, আজি তাইৰ গান আছে! কন্‌ট্ৰেক্টখন ময়েই পূৰাই দিছিলোঁ। তন্ময় ভঙ্গ মনটো একেবাৰেই উৰা



মাৰে—ৰেডিঅ'ৰ ষ্টুডিঅ'ৰ ভিতৰলৈ। ৰঙা লাইটটো তেতিয়া জ্বলি আছে—ৱালত। ওচৰৰ ঘৰীটোৰ চেকেণ্ডৰ কাটাডাল সৰু সৰু জাপ একোটাৰে আগবাঢ়িছে। সহযোগী শিল্পী-সকলৰ প্ৰত্যেকৰ চকু তাইৰ ওপৰত। ঘোষণাকাৰীজনে এবাৰ তাইৰ মুখলৈ আৰু এবাৰ ঘোষণাৰ কাগজখনলৈ সঘনে চাই কাণত যন্ত্ৰটো চাগৈ ঠিক কৰি লৈছে।

—গানটো শেষ নোহোৱাকৈয়ে হঠাৎ ৰেডিঅ'টো বন্ধ কৰি দিয়াত বুকুৰ ওপৰত পৰি থকা চিঠিখন আকৌ চকুৰ আগলৈ ডাঙি আনোঁ।—চিঠি নহয়, আমাৰ ঘৰৰ গোটেই পৰিয়ালটোৰ বিষয়ে লিখা এখন বুৰঞ্জী, এখন দীঘলীয়া ৰচনা। মাচুল দিব নোৱাৰি ভাইটোৱো স্কুলৰপৰা বিদায় লবলগীয়া হৈছে। আইৰ অসুখৰ কাৰণে মাৰোৱাৰী মহাজনৰ বহীত ধাৰৰ অঙ্কই পোন্ধৰ শ চুইছেগৈ। হালৰ গৰু দুয়োহাল বেমাৰত মৰিল। হালোৱাটো ঘৰৰপৰা পলাই গ'ল। বানপানীয়ে খেতিবাতি সকলো মৰাৰ কাৰণে এতিয়াই খাদ্যৰ হাঁহাকাৰ। সৰুৰে-পৰা এই ডেৰকুৰিৰ দেওনা পাৰ হ'ল, আজিলৈকে ধান কিনাৰ কথা ক'ব নোৱাৰোঁ। উপাৰ্জনৰ একমাত্ৰ পথ যি খেতি, সিও বানপানীৰ কাৰণে একেবাৰেই নষ্ট হৈ পৰিল। দেউতা লাহে লাহে অচল হৈ পৰিছে। দাদা অসুখৰ কাৰণে শ্বিলঙৰ হস্পিটেলত পৰি থকা আজি ছমাহ হ'ল। গৃহস্থীৰ একমাত্ৰ কন্যা ভনীজনী ৰুবী, তায়ো এজন স্কুল মাষ্টৰৰ লগত আই-বোপাইক শোকতে শোক দি গুচি গ'ল। সকলোতকৈ

তাইৰ কথাই মোৰ মনত বেছিকৈ দুখ দিলে। তাই তেনে হব বুলি মই কল্পনাও কৰিব পৰা নাছিলোঁ। তাইক দোষ দিলে আৰু কি হব—দুখীয়া হলেও তায়োতো সেই একে তেজমঙহেৰে সৃষ্ট মানুহেই। তথাপি এনে বিপদৰ সময়ত, আইক তেনে অৱস্থাত এৰি যোৱাৰ কাৰণে মোৰ বেছি দুখ লাগিল। এৰা, সেই সময়ত হিতাহিত জ্ঞান লোপ পায়; একমাত্ৰ এজনৰ বাহিৰে আন কোনোৱেই আপোন হব নোৱাৰে।

ভাইটোৱে মোক টকা খুজি পঠাইছে; কিন্তু মই টকা দিম ক'ৰপৰা? ময়োতো একপ্ৰকাৰ সংস্থানহীনেই। চহৰতে গানৰ টিউচন কৰি, ৰেডিঅ'ৰ প্ৰগ্ৰেম দুই এটা মাহেকত কৰি কোনোমতে পেটটো পুহি আছোঁ। ভৱিষ্যত বুলিবলৈ একো নাই। ধনীসকলৰ মৰম কৃপাৰ দৃষ্টি আছে বুলিয়েই কাণে কাণ মাৰি অভাৱৰ হাত সাৰি আছোঁ। যি কেইটা টকা পাওঁ তাৰে কোনোমতেহে আঁটে। আনবোৰৰ উপৰিও ঘৰ ভাড়া। কোতিয়াবা লগত থকা ল'ৰাটোৰো মাচুল ময়েই দিবলগীয়া হয়। বেচেৰাৰো ঘৰৰ অৱস্থা বেয়া। এইবাৰ কোট এটা লম বুলি ভাবিছিলোঁ, সেইবোৰতো গ'লেই। দুখীয়া আৰু ধনীৰ জাৱৰ ওজনৰ বিৰাট ব্যৱধান সৰু কালতে শুনা ৰজাৰ জাৰ বোলা সাধুটোলৈ মনত পৰিল। সংসাৰখনৰ প্ৰতি এটা বিতৃষ্ণাৰ ভাব উপজিল। দুখীয়া হৈ জনম লোৱাটো এটা মহাপাপ। ভাবৰ জুমুৰিয়ে মোৰ গোটেই আবহাওৱাটো বিষাক্ত কৰি তুলিলে। সংসাৰত আৰু জীয়াই থকাৰ একো সাৰ্থকতা



বিচাৰি নাপালোঁ। অৰুণ, অৰ্চনা, মীনা, ইহঁতৰ কথা মনত পৰিল। নতুন দিনৰ নতুন ৰঙীন ভৱিষ্যতৰ সপোন দেখি সিহঁত তাতে ব্যস্ত। আৰু মই?—"দাদা, ৰান্ধিবলৈ একো নাই, ডাইল আনো, পইচা—।" জেপত হাত ভৰাই পাওঁ মাথোন দুৱনা পইচা আছে। আজি সোতৰ তাৰিখ; পৰহিয়েই টকা পাব লাগিছিল কিন্তু কোনেও দিয়া নাই, কি কৰিম? অৰ্চনাৰ দেউতাকে ক'লে—মটৰৰ কুশ্যনখন বদলাব লাগে। টকা কেইদিনমানৰ পিছতহে দিব। নীলিৰ দদায়েকে সিদিনা ২৭৫ টকা দি কেমেৰা এটা ললে, সেই কাৰণে মোক এই মাহত টকা নিদি অহা মাহত একেলগে দিব। দীপ্তি, মণিকা-হঁতৰ ঘৰত টকাৰ নামকে উলিওৱা নাই। উপযাচিনো কেনেকৈ খুজিম—ডাঙৰ মানুহৰ ঘৰৰ কথা। তেওঁলোকৰ বিলাস, আৰাম, আৰু আমাৰ পইচাৰ অভাৱত লঘোনে থকা এই সংসাৰখনৰ বৈষম্য—এইবোৰৰ জানো কেতিয়াবা অৱসান হব?

"আজি ই—থাওকেই দে।" লেনিয়াই কোৱা মোৰ কথাষাৰ শুনি সি আঁতৰি যায় বোধহয় ইঙ্গিতটো বুজিয়েই। চিঠিখন আকৌ এবাৰ পঢ়িবলৈ লওঁ।—এস্ পাৰুলৰখনহে আহিল। তাইলৈকো উত্তৰ এটা দিব লাগিছিল। হাতত যে পইচা এটাও নাই। ডাইল বাৰু দোকানৰপৰা বাকী কৰিয়েই অনিম, কিন্তু চিঠি?? ভাইটোৰ চিঠিখন পঢ়িবলৈ আৰু ধৈৰ্য্য নাথাকে। লেমটোৰ ফিটাডাল কমাই দি গৰুটোত মুখখন গুজি দি শুই পৰোঁ। চকুপানীবোৰ ধৰেসাৰে বৈ গাৰুটো তিতি যায়।

—ফেঁচাটোৰ কিৰিলিত সাৰ পাই উঠিলোঁ। তাৰপৰা বহুত পৰলৈকে টোপনি অহা নাই। এটা সপোন দেখিছিলোঁ হবলা। কথাবোৰ আকৌ মনত পৰিল। ওচৰৰ কোনেৰা এঠাইৰ কাঁহত কোব পৰিল—টং টং ॥

---

# প্ৰতিশোধ

( শান্তিদূত, ২৪ এপ্ৰিল, ১৯৫৫ : দেওবাৰ )

অগত্যা নিজৰ সন্মান সিমানতে ৰক্ষা কৰি বীণাই তাৰপৰা বিদায় মাগিবলৈ বাধ্য হ'ল। অমূল্যৰো ধৈৰ্য্যৰ সীমা পাৰ হৈ গ'ল। বিয়া কৰোৱা আজি এবছৰেই হ'ল! প্ৰত্যেক মাহতে এনে অপ্ৰত্যাশিতভাৱে ছুই তিনিখনকৈ চিঠি অহাটো কোন স্বামীয়ে সহ্য কৰিব! তেনে কিবা কথা আছিল যদি বীণাইতো তেওঁলৈ বিয়া সোমাব নালাগিছিল। নতুবা, ছুই এখন চিঠি অহাৰ পিছত যেতিয়া অমূল্যই তেওঁক সাৱধান কৰি দিছিল, তেতিয়াতো তেওঁ চিঠি লিখিয়েই সেই অপৰিচিতক আৰু চিঠি নিদিবলৈ জনাই দিব লাগিছিল। বিয়াৰ পিছতো এনেকৈ এজন ডেকাৰপৰা চিঠি আহি থকাটো অমূল্যৰ সন্মান হানিকৰ কথা। প্ৰথমতে কেইখনমান চিঠি পায়েই অমূল্যই বীণাৰ ককায়েক ৰোহিতক সোধামতে, তেৰোঁ অমূল্যক ফাঁকি নিদি যদি কিবা জানিছিল তেন্তে আচল কথাটো জনাই ৰোহিতেও বীণাক পৰোক্ষে সাৱধান কৰিহে দিব লাগিছিল। বীণাক ইমানকৈ নিষেধ কৰা সত্বেও যেতিয়া আগৰ দৰেই নিৰ্ব্বিঘ্নে সেই একে ধৰণৰ চিঠি-পত্ৰ সদায় আহি থাকিবলৈ ধৰিলে, তেতিয়া ধৈৰ্য্যচ্যুত হৈ অমূল্যই বীণাক বিদায় দিলে তেওঁৰ ঘৰৰপৰা। কিবা সূত্ৰে কথাটো বাহিৰ হৈ অমূল্যৰ বন্ধু

মহলৰো দুই এজনৰ কাণত পৰিলগৈ। সেইবোৰৰ মুখতো অমূল্যাই শুনিবলৈ পাইছিল। গতিকে নিজৰ সন্মান ৰক্ষা কৰিবলৈকে তেওঁ বীণাক বিদায় দিলে। ইমান হকা-বধা কৰা সত্বেও যেতিয়া আগতকৈ অলপো পৰিবৰ্ত্তন নহ'ল, তেতিয়া তেওঁৰ তাৰ বাহিৰে আৰু কৰিবলৈ আন উপায় নাছিল। উপায়হীন এটা অৱস্থাত পৰি নিজৰ ভাগ্যকে ধিয়াই চকুলো টুকি বীণা গুচি আহিল—তেওঁৰ স্বামীৰ ঘৰৰপৰা। লগত আনিলে সেই চিঠিবোৰ—যিবোৰ তেওঁৰ জীৱনৰ সৰ্ব্বনাশ সাধিলে। শেষৰ চিঠিখনত লিখা আছিল—

* * * * "তোমাৰ আগৰ চিঠিখন ঠিক সময়মতেই পাইছিলোঁ। মই কিবা অলপ কামত ব্যস্ত থকাৰ কাৰণে সময়মতে তোমালৈ উত্তৰ দিব নোৱাৰাৰ কাৰণে ক্ষমা কৰিবা দেই। তুমি লিখিছা—মই তোমাক দিনে দিনে পাহৰি যাবলৈ বিচাৰিছোঁনেকি বুলি। কথাষাৰ পঢ়ি মোৰ হাঁহি উঠিছে। তুমি তোমাৰ জীৱনৰ নতুন লগৰী পাই পাহৰি গলেও মই তোমাক পাহৰিব নোৱাৰিম—জীয়াই থাকোমানে। তুমি মোক এৰি গ'লা যোৱাঁ—তাত মোৰ দুখ অলপো নাই। তোমাৰ অভাৱে মোক কুমাৰব্ৰতী হোৱাত সহায় কৰিলে। মাজে মাজে তোমালৈ মনৰ দুখ বেদনাবোৰ জনাই থাকিব পাৰিলে মই আৰু তাতকৈ একো বেছি নিবিচাৰোঁ। তোমাৰো সুখ-দুখৰ বাতৰি এনেদৰে পাই থাকিলেই মোৰ বাবে যথেষ্ট বুলি ভাবিম। মই জানো যে প্ৰেম অমৰ বস্তু। তোমাক এজনে



বিয়া কৰাই লোকদৃষ্টিত মোৰপৰা আঁতৰাই নিলেও অন্তৰৰ-পৰা আঁতৰাবৰ কাৰ সাধ্য আছে! সেই তাহানি কলেজত ল'ৰা ছোৱালীবোৰে জোকোৱাৰপৰা তোমা-মোৰ মাজত যি অচ্ছেদ্য সম্পৰ্ক স্থাপিত হৈছে; পাৰ্কটো দেখিলে, কলংখন দেখিলে এতিয়াও মোৰ মনত পৰে সেই তাহানিৰ দিনবোৰ। জোনাক ৰাতি পাৰ্কৰ মাজে মাজে, কলঙৰ পাৰে পাৰে নিৰ্ভীক মনেৰে ফুৰা দিনবোৰ মনোৰাজ্যত ভাঁহি উঠে। অতীতৰ সেই সোঁৱৰণিবোৰক লৈয়েই মই আজি জীয়াই আছোঁ। তোমাৰ বোধহয় মনত আছে—কলঙত কেতিয়াবা অকাল বান আহোঁতে তেতিয়া তোমাক বুজাইছিলোঁ—আমাৰ জীৱনবোৰ তাৰ লগত তুলনা কৰি। আজি আকৌ তোমাৰ মনত পেলাই দিছোঁ—সেই বাৰিষা সদায় নথকা কথাটো। অতীতক উজাৰি তোমাৰ মনত দুখ দিবৰ ইচ্ছা নাই, প্ৰসঙ্গক্ৰমেহে কথাটো ওলাইছে—মোৰ দুৰ্ব্বহ বোজাৰ অলপ উপশমৰ উদ্দেশ্যে। ক্ষমা কৰিবা। বহুতো সময়ত তোমালৈ মনত পৰে—মনটো বৰ উৰুঙা যেন লাগে। অতীতবোৰৰ সপোন দেখি কেতিয়াবা বৰ অসহায় হৈ পৰোঁ। সেইবেলি ভনীটিৰ বিয়াত ৰাতি গাৰী পঠাই দি তোমাক অকলৈ লৈ যোৱাৰ কথা বোধহয় মনত আছে। তেতিয়াই মই তোমাক কৈছিলোঁ—ইচ্ছামতে কাৰোবাৰ লগত বিয়া হবলৈ। তেতিয়া নুবুজিছিলা; আজি বোধহয় বুজিব পাৰিছা। কাৰণ মই জানো যে প্ৰেম আৰু বিয়া দুটা বেলেগ বস্তু। কাৰোবাক ভাল পালেই যে বিয়াও কৰাব লাগে তাৰ

কি অৰ্থ আছে ? বিয়াৰ যোগেদিহে জানো প্ৰেম স্থায়ী আৰু গাঢ় হয় ? অমূল্যই তোমাক বিয়া কৰাইছে কাৰণে আগৰ দৈহিক স্বত্ব তোমাৰপৰা মই প্ৰত্যাহাৰ কৰিছোঁ। কিন্তু তোমাক ভাল পাবলৈ থকা মোৰ অধিকাৰখিনি খৰ্ব্ব কৰিব পৰা নাই— কোনেও তাক নোৱাৰেও। তুমি লিখিছা—অমূল্যক তোমাৰ সমূলি ভাল নালাগে। মই তাৰ কি ব্যৱস্থা দিম ভাবি পোৱা নাই। তেওঁ তোমাৰ স্বামী যেতিয়া তেওঁক ভাল পাবলৈ যত্ন কৰিবা। নহলে তোমাৰ সাংসাৰিক জীৱনৰ সুখৰ বাটত বাধা জন্মিব। তোমালৈ চিঠি দিয়াটো নিৰাপদ নহয় আৰু অবৈধ বুলি কেতিয়াবা ভাবোঁ যদিও জানো যে তোমাৰ মোৰ এই সম্বন্ধটো এটা 'জনাজাত-গোপন' কথা। সেই বাবে, সত্যৰ কাৰণে মই ভয় নকৰোঁ। তোমাকো অৱশ্যে এতিয়ালৈকে তেনে-কুৱাই দেখি আহিছোঁ। পিছলৈ কি হয় তুমিহে জানা। বহুতো লিখিলোঁ ; আজিলৈ আৰু সামৰো দেই। আগৰ দৰেই চিঠি-পত্ৰ দি থাকিবা বুলি আশা কৰিলোঁ। শেষত মোৰ প্ৰাণ ভৰা ভালপোৱাবোৰ যাচি—ইতি।

তোমাৰ—D. C. B"

—চিঠিখনৰ ওপৰত বীণাৰ নামটো লিখি "C/O অমূল্য শইকীয়া" বুলি লিখা আছিল। অমূল্যই পাই খুলি পঢ়ি চাই মূৰ গৰম হৈ উঠিল ; চকুৰেদি তেওঁ ধোঁৱা-কোৱা দেখিলে। বীণাক মাতি আনি চিঠিখন গালৈ দলি মাৰি দি তেওঁ বীণাক অতি সোনকালে নিজৰ পথ বাছি লবলৈ কলে। বীণাই আন



একো কৰিবৰ উপায় নেদেখি মাক-বাপেকৰ ঘৰলৈ ৰাওনা হ'ল। আহিবৰ পৰতো কান্দি কান্দি তেওঁ যে দোষী নহয়, তাকে অমূল্যক বাৰে বাৰে কৈ আহিল। কিন্তু সিন্ধিৰ মুখত পোৱা-জনক জানো কোনোবাই চোৰ নোবোলাকৈ থাকে ! ঘৰ পাই বীণাই সকলো কথা ভাঙি পাতি ক'লে—অৱশ্যে লাজৰ মূৰ খাই। কিন্তু কোনেও একো কৰিব নোৱাৰিলে। দুখ চিন্তাৰ মাজেদি বীণাৰ দিনবোৰ অতিবাহিত হবলৈ ধৰিলে। মাকৰ ঘৰত থকা অৱস্থাতো তেওঁলৈ আগৰ দৰেই আকৌ কেইখন-মান চিঠি আহিল। এইবাৰ কিন্তু বীণাৰ হাতত চিঠি নপৰিল, পৰিল ৰোহিতৰ হাতত। ডাকঘৰৰ মোহৰটো চাই বুজিলে— চিঠি কেইখন সেই নগৰতে পোষ্ট কৰা। আখৰবোৰৰ চিন উলিয়াবলৈ তেওঁ বহুতো যত্ন কৰিলে কিন্তু সন্দেহ কৰা কেইজন-মান ল'ৰাৰ আখৰৰ লগত মিলাই চাই একো মিল নেদেখি ব্যৰ্থ হ'ল। ৰোহিতে ভাবিবলৈ ধৰিলে বহুতো কথা। পবিত্ৰলৈ তেওঁৰ মনত পৰিল। লৰালৰিকৈ পবিত্ৰৰ তাহানি কলেজত নোটলিখা বহী এখন বিচাৰি আনি আখৰবোৰ চালে কিন্তু সন্দেহ অমূলক প্ৰমাণিত হ'ল। পুলিনৰ তাহানিৰ কথাবোৰ তেওঁ ভাবিবলৈ ধৰিলে।

পবিত্ৰ মিলিটেৰীত সোমাই তাৰপৰা বহুত দিনৰ মূৰত বুঢ়া বয়সত আহি কলেজত নাম লগাই বীণাহঁতৰ সৈতে একেলগে পঢ়িছিল। আগতে সি ৰোহিতহঁতৰ সৈতে স্কুলত একেশ্ৰেণীৰ লগৰীয়া আছিল। সেইবাবেই পবিত্ৰ আৰু বীণাৰ মাজত

সম্বন্ধটো কলেজীয়া জীৱনত অলপ বেছি হৈ উঠিছিল। তাত কিন্তু ৰোমাঞ্চৰ গোন্ধ অলপো নাছিল। বন্ধুত্বও সিহঁতৰ বৰ বেছি নাছিল। অৰ্থাভাৱত নিজৰ সকলোখিনি পাঠ্য পুথি গোটাই লব নোৱাৰি পবিত্ৰই প্ৰায় বীণাৰ ওচৰতে বিচাৰি গৈছিল। সেই সুযোগতে ৰোহিতে পবিত্ৰৰ ভনীয়েক নীৰাৰ ওচৰলৈ গৈছিল—তেওঁৰ অলপ অন্তৰত থকা মনৰ মাজৰ গোপন কথাষাৰ জনাবলৈ। পবিত্ৰই এইবোৰ গম পাই ৰোহিতক সাৱধান কৰি দিলে আৰু তাৰেই প্ৰতিফল পালে এদিন আন্ধাৰ ৰাতি বীণাৰ ওচৰৰপৰা আহোঁতে পাৰ্কৰ ওচৰতে ৰোহিতৰ কুচক্ৰান্তত এদল ডেকাৰ হাতৰ কেঁচা কিল।

পবিত্ৰৰ অন্তৰঙ্গ বন্ধু হিতেশৰ কথামতে তোতিয়াৰেপৰা ৰোহিতহঁতৰ ঘৰলৈ পবিত্ৰৰ অহা-যোৱা বন্ধ হ'ল। হিতেশ আছিল পবিত্ৰৰ সহপাঠী অতি চোকা মগজৰ এটা দুষ্ট ল'ৰা। হিতেশক অৱশ্যে দুষ্ট বুলি ক'লেই নহব—তাৰ সদগুণখিনিও স্বীকাৰ কৰিব লাগিব। সি আছিল perverted intelligenceৰ ল'ৰা। দুষ্টামি বুদ্ধিত মগজ নখটুৱাই, সময় নষ্ট নকৰি ভাল বাটেৰে তাক চলাই নিওঁতা হোৱা হলে সি অসমৰ নিশ্চয় এটা ডাঙৰ মানুহ হ'লহেঁতেন। সি নজনা কথা, নোৱাৰা কাম নছিল বুলিলেই হয়। বিশেষকৈ বন্ধুৰ কাৰণে সি সকলো কৰিব পাৰিছিল। ভাল বেয়া দুয়োটো গুণেই তাৰ আছিল; সেই-কাৰণে সকলো ধৰণৰ মানুহৰ লগতে তাৰ মিলা-প্ৰীতিও আছিল। তাৰ বন্ধু-বান্ধৱো আছিল অনেক ধৰণৰ। ভালৰ লগত সি ভাল,



চোৰৰ লগত চোৰ; গুণ্ডাৰ লগত গুণ্ডা আৰু ঠাণ্ডাৰ লগত ঠাণ্ডা। খেলুৱৈৰ লগত সি খেলুৱৈ, সাহিত্যিকৰ লগত সাহিত্যিক, কবি আৰু সঙ্গীতজ্ঞৰ লগত সি সঙ্গীতজ্ঞ আছিল। ৰোহিতে সেই হিতেশৰ কথাও ভাবিবলৈ ধৰিলে। হিতেশৰো হাতৰ আখৰ কেইটামান বহুত যত্ন কৰি গোটাই আনি সেই আখৰবোৰৰ লগত মিলাই চালে; কিন্তু মিল নহয়। ৰোহিত মহা বিমোৰত পৰিল।

বীণাৰ বিয়াৰ আগৰ কিছুমান কথা ৰোহিতৰ মনত পৰিল। কলেজীয়া জীৱনৰ কিছু দিনৰ পিছৰেপৰা বীণাক বিয়া দিবলৈ কেইবা ঠাইতো বন্দোবস্ত কৰিছিল; কিন্তু ঠিকঠাক হৈ যোৱাৰ পিছতো কেইবাখনো বিয়া ভাগিল। শেষত বহুতো ঘূৰি ফুৰি বীণাক মহীয়েকৰ তাত থৈ তাৰেপৰাই অমূল্যলৈ বিয়া দিয়া হ'ল। কিন্তু তাৰো আজি এবছৰ পূৰ নৌহওঁতেই এনে অঘটন দেখি ঘৰখনত কাৰো শান্তি নাইকিয়া হৈ পৰিল। অমূল্যলৈ বিয়া দিয়াৰ আগতে সুৰেনৰ লগত বন্দোবস্ত হোৱা বিয়াখন মাথোন বিয়াৰ দুদিন আগতে ভাগি গৈছে। সুৰেনৰ লগত ৰোহিতৰ সদ্‌ভাৱ আছিল কাৰণেই সুৰেনে ৰোহিতক টেলিগ্ৰাম কৰি মাতিনি, বীণাৰ বিষয়ে তাইক ভালপোৱা ডেকাজনে তেওঁলৈ দিয়া চিঠিখন দেখুৱালে আৰু তেনে এজনী ছোৱালী বিয়া কৰাবলৈ সুৰেন অপাৰগ বুলি কৈ ৰোহিতক বিদায় দিলে। এইবোৰ কথাতো বীণাৰ ওপৰত ৰোহিতৰ অলপ খং আছিল। এতিয়া সেই একেবোৰ কথাই মনত পৰি তেওঁৰ আকৌ খং

উঠিল। লগৰ ছোৱালীবোৰৰ হতুৱাই ইমানকৈ সোধা সত্বেও তাই তেনেকৈ ফাঁকি দি অস্বীকাৰ কৰি নিজৰ আৰু ঘৰৰ নাক-কাণ কটাব নালাগিছিল।

ইফালে বীণায়ো ভাবে তাইৰ জীৱনৰ কথা অতীতৰ কথা। স্কুলীয়া জীৱনত তাই হিতেশক ভাল পাইছিল। তাৰ পিছতে কলেজত তাই শঙ্কৰক ভাল পাবলৈ ললে। হিতেশক দেখাদেখি তাই ফাঁকি দিলে। শঙ্কৰক ভাল পোৱাটো আছিল তাইৰ চখ—কলেজীয়া জীৱনৰ সস্তীয়া প্ৰেম। তাইৰ যৌবনৰ আৰম্ভণিতে পোৱা হিতেশক কিন্তু তাই যথা সৰ্ব্বস্ব দিছিল। তাৰ কথা তাই কেতিয়াবাই পাহৰি পেলালে। তাৰ স্মৃতিটোও অন্তৰৰ-পৰা মোহাৰি নাইকিয়া কৰি দিছে। হিতেশে কিন্তু বৰ আঘাত পালে তাইৰ এইবোৰ দেখি। ছোৱালীবোৰেও যে জীৱনত কেতিয়াবা দুবাৰ ভাল পাব পাৰে, সেই কথা হিতেশে বীণাৰ পৰাইহে শিকিলে প্ৰথম। শঙ্কৰ বৰদলৈক ভাল পোৱাৰেপৰা হিতেশৰ অন্তৰত জাগি উঠিছিল ঘোৰ প্ৰতিহিংসা—বীণাৰ প্ৰতি উৎকট ঘৃণা। এবাৰ কোনোবা এজনৰ লগত বিয়াৰ কথা ওলাওঁতে বীণাই তাইৰ লগৰীয়া অৰুণাৰ আগত কৈছিল—বিয়াৰ পিছতো শঙ্কৰলৈ চিঠি পত্ৰ দি থাকিম বুলি। কিন্তু শঙ্কৰক ভালপোৱাটোৰেই তাইৰ বেছিদিন নাথাকিল।

তাইলৈ অহা চিঠি-পত্ৰবোৰৰ কথা কোনোবাই—অমূল্য, ৰোহিত বা মাকে সুধিলে তাই কি উত্তৰ দিব একো ভাবি নাপায়। সেই কাৰণেই সকলো লাঞ্ছনা-গঞ্জনা আজি তাই



শিৰ পাতি লবলগীয়া হৈছে। শঙ্কৰলৈ মনত পৰি তাৰ আখৰৰ লগত চিঠিৰ অখৰবোৰ মিলাই চায়; লগতে হিতেশৰ আখৰৰ লগতো মিলায়, কিন্তু কাৰো লগত নিমিলে। তাইৰ জীৱনক লৈ উদ্ভৱ হোৱা এই জটিল সমস্যাটো সমাধানৰ উপায় ভাবি নাপায়। শঙ্কৰ বৰদলৈতো কেতিয়াবাই কেন্সাৰত যমপুৰি পালেগৈ। —ভাবৰ অতিশয্যত উৱাদিহ নাপাই তাই মাথোন কান্দে। অন্তৰত এনে দুৰ্ব্বহ বেদনা লৈ মনৰ পৰিবৰ্ত্তন বিচাৰি তাই অলপ দিনৰ কাৰণে মাহীয়েকৰ তাত গৈ থকাৰ ঠিক কৰে।

সেইদিনা আবেলি মটৰত যাবলৈ আহি মাথোন দুই মিনিটৰ কাৰণে প্ৰথমখন মটৰ হেৰুৱাই দ্বিতীয়খনৰ কাৰণে আকৌ ডেৰ ঘণ্টা সময় বীণাই অপেক্ষা কৰিবলগীয়া হয়। বিশ্ৰামাগাৰত ৰৈ ৰৈ আমনি লাগি তাইৰ টোপনি ধৰে আৰু ওচৰৰ চাহ দোকানখন্‌লৈ আগবাঢ়ে। সেইখন হিতেশৰ বন্ধু নবীনৰ দোকান। দোকানৰ সুসজ্জিত এটা খোটালীত বহি অন্য এটাত মেনেজাৰেৰে সৈতে হিতেশকো বহি থকা তেওঁ দেখা পালে। কিন্তু বহুত দিন কোনেও কাকো নমতাৰ কাৰণে বীণাই প্ৰথমে মতিবলৈ অলপ টান পালে। হিতেশেও অন্যমনস্ক ভাব দেখুৱাই মেনেজাৰৰ লগত কথা পতাত লাগিল। চাহ খাই উঠাৰ পিছত মেনেজাৰে বিলখন লিখি দি পঠালে। বিলখনৰ আখৰকেইটা দেখি বীণাৰ সন্দেহ উপজিল; বুকুখন ঢপ ঢপাই উঠিল আৰু ঘনাই তেজ চলাচল কৰিবলৈ ধৰিলে।

হাতত থকা বেগটোৰপৰা সেই আগৰ চিঠিখন উলিয়াই আখৰ-বোৰ চাই তেওঁ চিঞৰি উঠিল, "হিতেশ ককাইদেউ, হিতেশ ককাইদেউ।"—

—মতিভ্ৰষ্ট সুচতুৰ হিতেশ বীণাৰ চিঞৰত উচপ্‌খাই তাইৰ ওচৰত থিয় হ'লগৈ ॥

---

# অৰিষ্টকেশী

( শান্তিদূত, ৫ ফেব্ৰুৱাৰী ১৯৫৬ চন )

নিৰুপমাক চিনিব নোৱাৰিলোঁ। লোকৰ ছোৱালী এজনীকনো বাৰু হঠাতে দোষী বা বেয়া বুলি কেনেকৈ কওঁ। ছোৱালীবোৰৰ ওপৰত অনেকে অনেক প্ৰকাৰ মন্তব্য কৰে—নিজ নিজ দৃষ্টিকোণৰপৰা অথবা সেইসকলৰ ওচৰত কৰা আচৰণ ব্যৱহাৰ আদিৰপৰা। তাহানি তৰুক লৈ মহন্তই গল্প লিখাৰ দৰে নিৰুপমা আৰু কুশল—দুয়োৰে বেলেগ বেলেগ কথাবোৰেৰে একোটা গল্প লিখিম বুলি ভাবিছিলোঁ। কিন্তু নোৱাৰোঁ। কুশলৰ কাৰণ নহলেও নিৰুপমাৰ কাৰণে বেয়া লাগে। কুশলৰ ওপৰত মোৰ আস্থা কাহনিবাই হেৰাই গৈছে। আগতে আছিল, কিন্তু সেইদিনা মোৰ লগত এনেয়ে কথা-বতৰাৰ মাজতে লগা তৰ্কখনৰপৰা মানুহটোলৈ মোৰ ঘৃণাহে ওপজা হৈছে। প্ৰথমতে ভাবিছিলোঁ—সিহঁত দুয়োৰে অনুৰাগৰ ওজন সমান। কিন্তু দুদিন পিছতে কলেজলৈ নতুনকৈ অহা উৎপলাৰ লগত আকৌ যেতিয়া অহৈতুক আৰু অবাধ মিলৰ কথাবোৰ সকলোৰে মুখে মুখে শুনিবলৈ পালোঁ, তোতিয়াও মোৰ বিশ্বাস আছিল—কুশলে নিৰুপমাক উপেক্ষা নকৰিব বুলি। মোৰ দুষ্ট ভতিজাটোৱে গল্পত লিখাৰ দৰেই "বাটৰ ফুল" বুলিয়েই

উৎপলাৰ কথাটোও মই ধৰি লৈছিলোঁ। তাৰ পিছতে আকৌ দেখা পালোঁ—উকীলৰ ঘৰলৈ ঘনাই অহা-যোৱা। দোকানী এটাৰ লগত এদিন চিনেমা চাবলৈ উকীলৰ জীয়েক লতাকো লৈ গৈ লগ হেৰোৱা দিয়া কথাবোৰো সকলোৰে মুখে মুখে বিয়পি পৰিল। তাৰপৰাও আহি পালেগৈ নীতিক। কলেজখনত হোনো তায়ে ধুনীয়া ছোৱালী। মুখখন মঙ্গোলীয়ান টাইপৰ। ল'ৰাবোৰৰো যে চকু আৰু। নীতিৰ পিছতো আকৌ শুনিলোঁ পিকনিকত গৈ সৰিয়হ তলিত উৎপলাহঁতৰ লগত কোট সাল-সলনি কৰি স্ফুৰ্ত্তি কৰাৰ কথা, আৰু কিছুমান জঘন্য লেতেৰা কথা। সেইবাৰ কিবা কথা এটা ওলোৱাত হীৰেনক সন্দেহ কৰি তাক টেষ্টতে ৰাখি থৈছিল। আকৌ এবাৰ লতাৰ লগত সদ্‌ভাব থকা চিকুণক কিবা এটা কথাত সন্দেহ কৰি তাকো হেনো টেষ্টতে ৰাখি থৈছিল। এনেবোৰ ঘটনা শুনাৰপৰা কুশলৰ ওপৰত বাৰু কাৰ ভাল আস্থা থাকিব পাৰে? কিন্তু তাথাপিও জানো নিৰূপমাৰ লগত সি চতুৰালি কৰা নাই! ইন্সপেক্টৰৰ জীয়েকৰ বিয়াত মোদক খোৱাৰ ভাও ধৰি··· "ওলাওঁতে এচুমা, সোমাওতে এচুমা, ডুগালে ডুচুমা খাওঁ" বুলি নিৰূপমাকে অৰ্থ কৰি বিহুনাম গোৱা, ৰাতি কৰোবাৰ বঙা ঘোঁৰা এটা ধৰি গাত চূণ ঢালি বগা কৰিলৈ উঠি ফুৰা আদি কথাবোৰ শুনি মোৰ একেবাৰেই আস্থা নাইকিয়া হৈ পৰিল মানুহটোৰ ওপৰত। নিৰূপমাৰ কথা ভাবিলে কিন্তু বেয়া লাগে। যৌৱনৰ প্ৰথমত পুৱাতে শুবোধক তাই অকালতে



হেৰুৱালে—ভৱিষ্যতে কল্পনা কৰা এখন সৰু সুৱদি সংসাৰৰ কামনা অকালতে চাৰখাৰ হৈ গ'ল। টাইফয়েডত পৰি সুবোধে তাইক এৰি গুচি গ'ল। বেদনা তাইৰ কোনেও নাজানিলে! নীৰৱে মাথোন গম পালে তাইৰ বান্ধৱী অণু আৰু তিলোত্তমাই। তাৰ পিছতে তাইৰ সেইখন ডুৱাৰমুখলৈ ব্যাভিচাৰী, লম্পট কুশলৰ আগমন। সি আহিছিল—তাইৰ জীৱন-আকশলৈ এটা অচিন ধুমকেতুৰ ৰূপ লৈ। গাজনি ঢেৰেকনিৰে আতঙ্কিত কৰি অনা ডাৱৰৰ সমাবেশেৰে খন্তেকৰ বাবে আপোন পাহৰা কৰি থৈ যাবলৈ। মুঠতে সি আহিছিল তাইৰ সৰ্ব্বনাশ সাধিবলৈ; কিন্তু নোৱাৰিলে। তাৰ বাবে তাইৰ আজিও ক্ষীণভাৱে অন্তৰতে আছে। আচল কথাটো তাই বুজিব নোৱাৰিলে—নোৱাৰে। কুশলৰ দৰে চৰিত্ৰহীন এটাৰ ওচৰত আত্মসমৰ্পণ কৰি নিজৰ নিকৃষ্টতাৰ পৰিচয় দিয়াৰ বাহিৰে যে আন একো হব নোৱাৰে,—তাই জানো বুজা নাছিল?—বুজিছিল কিন্তু বিশ্বাস আছিল তাৰ ওপৰত। পুৰুষবোৰ যে কি ভীষণ—কিমান নিষ্ঠুৰ?—সেইদিনা তাই ভাবিছিল—যিদিনা পাণ্ডুত থকা বেলৰে ডি. এম অ' আৰু অন্য এজন উচ্চ পদবীধাৰী কৰ্ম্মচাৰীয়ে সামান্য মহিলা, এংল' ইণ্ডিয়ান কেৰাণী ৰোমিঅ'ৰ ওপৰত কৰা পাশবিক অত্যাচাৰৰ কথা তাই কুশলৰ মুখেদি শুনিছিল। কিযে কুৎসিৎ ঘৃণনীয় কাণ্ড—তাই ভাবিছিল ঘটনাটো আকৌ এবাৰ। ৰোমিঅ'ৰ স্বামী ড্ৰাইভাৰ জনক লামডিঙলৈ পঠাই দি তাইৰ ওচৰত বাসনা চৰিতাৰ্থ হেতু ডুজন

নামধাৰী, উচ্চপদবীধাৰী ডেকা ভদ্ৰলোক ওলালগৈ ; বৰ্ব্বৰতাই চূড়ান্ত বিন্দু পালগৈ, তাৰে পৰিণতি ৰক্তপাত···। ছিঃ কি যে বিভৎস কথা। ফোন কৰি ৰাতিয়েই ড্ৰাইভাৰক মতাই আনি 'বি' ক্লাচৰপৰা তেওঁক 'এ' ক্লাচলৈ প্ৰমোচন দি ঘটনা সিমানতে থাপি-থুপি থলে।···নিৰুপমাৰ গাৰ নোম খঙত ডাল ডাল হৈ সৰ্ব্বশৰীৰ কঁপি উঠিছিল। তাই তেতিয়া ভাবিছিল—তায়োতো জয়া, মূলা, ৰাধাৰুক্মিনীৰ দেশৰেই ছোৱালী। তেনেহলে এইদল পুৰুষক তাই দিবলগীয়া প্ৰতিফল বহুতো আছে। তাই নিশ্চয় দিব পাৰিব। সঙ্কল্প তাইৰ দৃঢ় হৈছিল কিন্তু পিছ মুহূৰ্ত্ততে কুশলৰ ফটোখন দেখি সকলোবোৰ তল পৰিছিল।

মোৰ দুখ লাগে এই থিনিতেই যে শাৰদীয় শশীৰ দৰে তাইৰ জীৱনাকালত ধৱলী জ্যোৎস্না ঢালি উদয় হোৱা ললিতৰ বিষয়ে ভাবিবলৈ তাইৰ কিয় অৱকাশ নাথাকে। অথচ—বাৰে বাৰে প্ৰতাৰিত হৈয়ো কুশলকেই আপোন বুলি ধৰিয়াই আছে। ললিতৰ মৌন অনুভূতিৰ সহাঁৰি পায়ো কিয় তাই উদাসীন! ছোৱালীবোৰক এইখিনিতে স্বাৰ্থপৰ বুলিবৰ মন যায়। ললিতৰ যত্নতেই, তাৰ কাৰণেই তাইৰ প্ৰতিভা বিকাশ হবলৈ সুবিধা পালে ; তাইৰ নাম ফাটিফুটি গ'ল। লুচেটাই হেনচাৰ্ডক অস্বীকাৰ কৰাৰ দৰে, ফাৰফ্ৰেৰ গুণহে স্বীকাৰ কৰাৰ দৰে, তায়ো ললিতৰ উপকাৰ পাহৰিলে। প্ৰথমবাৰ তাই ললিতক উপেক্ষা কৰিলে। ইন্দিৰাই বহুতোকৈ মাতি তাইক কত বুজালে—



ললিতৰ কথা। কুসুম বাইদেৱে কত কি ক'লে। কুশল প্ৰফেচাৰ ; কিন্তু ললিতো জানো সেই কুশলৰ দৰে হব নোৱাৰিব? এবাৰ বি, এ, ফেল কৰিছে বুলিয়েই জানো সি দোষী! তাৰোতো এখন অন্তৰ আছে। সি কি এই নিদাৰুণ উপেক্ষালৈকে অতবোৰ কৰিছে? বি, এ, ফেল কৰাৰ মূলতে জানো তায়েই নহয়! কত যত্ন—কত সহায় কৰিলে তাই পাচ কৰক বুলি ; তথাপি সকলোবোৰ যত্ন মিছা হ'ল। শেষত গৈ কে'দিনমানৰ কাৰণে ললিতৰ লগত এটা চতুৰালি খেলিলে যদিও অণু বা তিলোত্তমাহঁতক এদিনো মুখ ফালি একেষাৰ কথা ন'কলে। ললিতৰ বিষয়ে সেইদিনা কুসুম বাইদেৱে কত কলে—"চাচোন নিৰু ; ললিত ল'ৰাটোনো বাৰু কি বেয়া! কিমান মৰম লাগে তালৈ। দীঘল পঞ্জাৱীটোৰ ওপৰত জওহৰ কোটটো পিন্ধিলে কোনোবা মন্ত্ৰী, এম, এল, এ, যেনহে লাগে। কি ধুনীয়া স্বাস্থ্য তাৰ। তাৰনো বাৰু কি নাই ; কুশলতকৈ সিনো কোনখিনিত নিকৃষ্ট।"

—সেইদিনাৰ অন্যমনস্ক ভাব আৰু আচৰিত যেন দেখুৱা অভিব্যক্তিৰ বাতৰিটোৱে মাথোন অলপ দিনৰ আগৰ কথা এটা মনত পেলাই দিলে মোৰ। ললিত মোৰ লগত একেলগে ফুৰে সেইদিনা গ্ৰীণৰুমত অণুৱে "কি চাইছ" বুলি সোধা কথাষাৰ মোৰ কাণত বেছ পৰিছিল। "চাইছোঁ—মানে তেখেতক।" অণুৱে সুধিছিল—"দেখিছ জানো, ক'ত আছে?" উত্তৰত তাই কৈছিল—ঠিক এইজনী ছোৱালীয়েই কৈছিল,—মোৰ নিশ্চয়

ভুল হোৱা নাই—নিৰুপমাই কৈছিল "আধা দেখিছোঁ।"—একেলগে ফুৰা বাবে মোকে অৰ্থ কৰি "আধা" বুলি কোৱা ছোৱালীজনীয়ে আজি কুসুম বাইদেউৰ আগত কয়—"মই এইবোৰ ভাল নাপাওঁ, মোৰ লগত সেই চব নাই। কৈ দিব—কিবা কবলগীয়া আছিল যদি মোক নকলে কিয় ?"

—মই আচৰিত হওঁ। কিবা কবলগীয়া আছিল যদি তেওঁকে ক'ব লাগিছিল মানে ? বুজিছোঁ, ললিতে তাইৰ বিয়া বুলি শুনি অণুলৈ চিঠি দিছিল—তাইৰ কথা লিখি। বদমাচে মোক দেখুৱাতো নায়েই—কোৱাও নাই কথাষাৰ। খং উঠিছিল খুব তাৰ ওপৰত। যি হয় হৈ যাওক। বিয়াখন হেনো নহয়—কিবা কাৰণত ভাগিল। শুনিছোঁ বোলে কুশলৰো ইয়াত দিন উকলিছে। তেওঁৰ চৰিত্ৰত চেকা পেলাই প্ৰিন্সিপাললৈ বেনামী চিঠি দিছে ; ৰাস্তাই-ঘাটে প'ষ্টাৰ মাৰিছে ল'ৰাবোৰে, আৰু তেওঁক নালাগে বুলি দৰ্খাস্তও দিছে। ভাবিছিলোঁ—এনেকৈ হ'লে লতিতে এইবাৰো পাচ কৰিব নোৱাৰিব। কিন্তু আজি কেইদিনমানৰপৰা তাৰ এটা পৰিবৰ্ত্তন লক্ষ্য কৰিছোঁ—মনপুতি সি কিতাপত ধৰিছে। নিৰুপমাৰ চৰিত্ৰটো হলে আজিও মোৰ বাবে এটা সাঁথৰ, এটা প্ৰহেলিকা হৈয়ে ৰ'ল। অৱশ্যে নমৰি জীয়াই থাকিলে শেষ ফলটো দেখিবলৈ বা শুনিবলৈ পাম নিশ্চয়। ছোৱালীবোৰৰ এইটো কি মই একো বুজিব নোৱাৰিলোঁ। সদায় সিহঁতে মান-সম্ভ্ৰম, ঐশ্বৰ্য্য-সম্পত্তিসম্পন্ন ডেকাৰ লগতহে প্ৰেম



কৰিবলৈ বিচাৰেনে কি ? প্ৰেম জানো নিজে সৃষ্টি কৰা কিবা এটা বস্তু ? এনে মনোভাবটো সিহঁতৰ—বিশেষকৈ নিৰুপমাৰ আভিজাত্যৰ ঢং নে চঞ্চল মনৰ পাগলামী ? এৰিষ্টক্ৰেটিক হলেই এনে এটা ঢং ধৰাতোও বা ওপৰলৈ হাত খেপিওৱাটোও সেই অৰিষ্টকেশীৰেই অংশ নেকি ?

ৰচনা—
এক জানুৱাৰী, ৫৬ ; মৰমী চ'ৰা
নগাওঁ।

# "সম্পাদকলৈ চিঠি"

( শান্তিদূত, ১ এপ্রিল, ১৯৫৬ : দেওবাৰ )

কালি শনিবাৰটোতে ভাল শনি লাগিছিল। খেতৰে ধৰা ল'ৰা কেইটামানে ৰাতি আনি আমাৰ মেছটোত "বৰলা কুটিৰ" বুলি লিখাই চাইন বৰ্ড এখন আঁৰি থৈছিল। ভাগ্যে মোৰো নাইট ডিউটিটো আছিল বুলি ৰাতিয়েই দেখা পালোঁ। কালি একত্রিশ মাৰ্চ—মাহৰ শেষ তাৰিখ। দিনতে দৰ্ম্মহা কেইটা পোৱাৰ আনন্দটো আছিল বুলিয়েই প্ৰেছৰপৰা আহি শোওঁতে ৰাতি দুই বাজিল। টেলিগ্ৰামবোৰ তৰ্জমা কৰি ছপাবলৈ দিলোঁ আৰু তাৰে দুটামান বক্সত দিবলৈ দিয়ালোঁ। কৰিমগঞ্জৰ বাতৰি দিওঁতাই কিছুমান প্ৰকাশৰ অযোগ্য বাতৰিকে টেলিগ্ৰাম কৰি পঠাইছে; তাৰ কাৰণটো বুজিবলৈ বেছি পলম নেলাগিল—তেওঁৰ কেইৰা মাহৰো পইচা পৰি আছে। আজিৰ চ'ৰালৈ ভাল গল্প নথকাত তাৰ ঠাইত অন্য এটা প্ৰবন্ধকে দিয়া হ'ল। গল্পনো হয় ক'ৰপৰা—লিখকসকলক পাৰিশ্ৰমিক দিয়া কথা বাদেই, নিয়মীয়া লিখক-লিখিকাসকলক কাগজখনো নিয়মীয়াকৈ বিনামূল্যে দিয়া নহয়। যিহওক, আজৰি পোৱা হলে ময়ে কিবা এটা লিখি দিব পাৰিলোহেঁতেন। যাওক—।



ৰেলৰ সময় সলনি হোৱাৰ কাৰণে ডাক আজিকালি সোনকালে পাওঁ। শোৱাৰপৰা উঠি চাহ কাপ খাই খায়েই টেবুলৰ ওপৰত পৰি থকা চিঠিবোৰৰ এফালৰপৰা আখৰবোৰ চিনিবলৈ যত্ন কৰি চাই গৈছোঁ। সুৰেশৰ হাতৰ আখৰ কেইটা দেখি চিনি পাই মনটো ভাল লাগিছে; লগে লগে তালৈ মনত পৰিছে। সি চাগৈ এতিয়া কোনোবা পেচেন্ট চাই গ্ৰীণ মডেলৰ ৰেলি চাইকেলখনত উঠি ঘৰমুৱা হৈছে নতুবা কোনোবা ৰেমাৰীৰ গাত বেজী খুচিছে। কতা—কিমান ভাল লাগে সিহঁতৰ জীৱনবোৰ! মোৰো ডাক্তৰ হোৱাৰ ইচ্ছা আছিল, কিন্তু লোকক দিয়া দূৰৰ কথা, আনে আনক বেজী দিয়াও যে চাবই নোৱাৰোঁ। নহলে দ্বিতীয় বিভাগত মেট্ৰিক পাচ কৰিছোঁ যেতিয়া দুটা বছৰ আৰ্টচ্ নপঢ়ি চাইঞ্চকে লৈ ডাক্তৰী পঢ়ি তাৰ দৰেই হব পাৰিলোঁহেঁতেন। আজি এই উজান-বজাৰ হিল চাইডৰ ভাড়া ঘৰত থাকি এটা গতানুগতিক জীৱন চলাব নালাগিলহেঁতেন।—নাই, নহয়—সকলোৰেই একোটা অতৃপ্তি আছেই। পৃথিবীৰ জীৱবিলাকৰ ভিতৰতে একমাত্ৰ অসন্তোষীয়া মানুহ। ব্ৰাউনিঙলৈ মনত পৰিল—"look at the end... contrast, the petty done the undone vast..." ঠিকেই, সুখী হব জানিলে ইও সুখ। মনত পৰিল বহুত কথা—সুৰেনৰ কথা। তাৰ যে দুষ্টালি বুদ্ধিবোৰ। তাহানি স্কুলৰ বেঞ্চত অসভ্যালি কৰি ছবি আঁকি থোৱা; মাষ্টৰৰ চকী আৰু ছোৱালীবোৰৰ বেঞ্চত বান্দৰ কেকোৰা দিয়া, বাতৰি কাকতত

প্ৰকাশ হোৱা মইনা পাৰিজাতৰ সভ্যবোৰলৈ নিজে ছোৱালীৰ নামলৈ চিঠি লিখা আৰু ফটো খুজি পঠোৱা, এবাৰ ফাঁকি কৰি শিক্ষক আৰু স্থানীয় ভদ্ৰলোক সকলৰ নাম "মইনা" বুলি শিশু বিভাগলৈ পঠাই প্ৰকাশ কৰা—আদি ইমান যে হাৰামী বুদ্ধিবোৰ তাৰ মগজত খেলায়। —চাহ কাপ শেষ কৰি বৰ তৃপ্তিৰে শিৰোনামাটো আকৌ এবাৰ পঢ়ি চাই চিঠিখন খুলিলোঁ। কিন্তু মোৰ আশাৰ মূৰত এচলু চেঁচা পানীহে পৰিল। ওপৰৰ সম্বোধনটো হ'ল—"শ্ৰদ্ধেয় সম্পাদক ডাঙৰীয়া।" লৰালৰিকৈ তলৰ নামটো চাওঁ—পূৰ্ণিমা হাজৰিকা। —আৰে; কোন পূৰ্ণিমা হাজৰিকা? বোধহয় কিবা ছপাবলৈ দিছে আৰু প্ৰেছলৈ নপঠাই কেনেবাকৈ মোৰ ঠিকানাটো জানি ঘৰলৈকে পঠাইছে। মনত পৰিল—মাজে মাজে এওঁ আমাৰ কাগজত গল্প প্ৰবন্ধাদি লিখে। মই তেওঁক দেখা নাই, চিনা পৰিচয় নাই আৰু ঠিকনাও নাজানোঁ। ব্যগ্ৰ হৈছিলোঁ নিশ্চয় যথেষ্টৰূপে। এফালৰপৰা চিঠিখন পঢ়ি গলোঁ।—

"প্ৰথমতে মোৰ শ্ৰদ্ধা নমস্কাৰ জানিব। সম্বোধন কৰিবলৈ শব্দ বিচাৰি নাপাই সেই বুলিয়ে লিখাত বেয়া নাপাব দেই। বহুত দিনৰপৰা আপোনাক দেখা পোৱাৰ এটা অদম্য আশা মনত আছিল আৰু সেইদিনা ট্ৰেনত বহি থকাৰপৰা ষ্টেছনত আপোনাক দেখা পাইছিলোঁ যদিও কথা বতৰা পতাৰ সুবিধা নাপালোঁ। ককাইদেউক পঠাই আপোনাৰ লগত চিনাকি হবলৈ মতাই অনাবলৈ ধৰোঁতেই ইতিমধ্যে গাৰী এৰিলে।



আপুনি এনেয়ে এবাৰ আমাৰ ফালে চাইছিল; মোৰ কিন্তু লাজ লাগি গ'ল। পিচৰবাৰ দেখিলোঁ—আপুনি লাহে লাহে আঁতৰি গলগৈ। সেই দৃশ্য আজিও মোৰ মনত স্পষ্ট হৈ আছে আৰু বহুত দিনলৈকে থাকিব। চাক্ষুস দৃষ্টিত আপুনি আমাৰপৰা আঁতৰি গ'ল, কিন্তু মনৰপৰা আঁতৰি যাব নোৱাৰিলে, বৰং বেচি ওচৰ চাপিহে আহিল।

আপোনাৰ লিখাবোৰ পঢ়ি পঢ়ি মই নিজেই কব নোৱাৰা হৈ পৰিলোঁ। মোৰ লিখাবোৰো আপুনি বোধহয় পঢ়ে নহয়! নিশ্চয় আপোনাৰ লিখাতকৈ বহুত পাৰ্থক্য হয়। তথাপি লিখোঁ—আপোনালোকে অনুগ্ৰহ কৰি প্ৰকাশ কৰি মোক উৎসাহিত কৰে। কিন্তু সেইবোৰ মোৰ একোৱেই নহয়। মোক লাগে আপোনাক এবাৰ লগ ধৰি কথা বতৰা পাতিবলৈ। কৰিব এবাৰ দেখা? মোৰ কাৰণে জানো আপোনাৰ সময় হব; প্ৰয়োজনীয়তা বোধ জানো কৰিব?

আপোনাৰ লিখনীৰ মাজত মোৰ নিজৰ সত্বাটোকে হেৰুৱাই পেলালোঁ। তাৰ মাজেদি পালোঁগৈ—আপোনাৰ এখনি সহৃদয় অন্তৰৰ সন্ধান। ভগবানে সেইদিনা দেখাৰ সৌভাগ্য ঘটালে; লগে লগে আনি দিলে মোৰ জীৱনলৈ এক অপৰিসীম আশা, এক আমূল পৰিৱৰ্ত্তন। ইমান দিনে আপোনাৰ আনকি ফটোও দেখাৰ সুবিধা পোৱা নাছিলোঁ। যিহওক, লগ নাপাই বোধহয় ভালেই হৈছে; লগ পোৱাহলে এইদৰে নিৰ্ভীকভাৱে সকলো কথা জনাব নোৱাৰিলোঁহেঁতেন।

এই ক্ষেত্ৰত আপুনি মোক যি ভাবে ভাবক। বিশ্বাস কৰিব—মোৰ মস্তিষ্কৰ বিকৃতি ঘটা নাই। নিৰ্লজ্জ বুলি কলেও সহিবলৈ বাধ্য হম। অন্তৰৰ জোৱাৰ-ভাটাৰ প্ৰকোপ সহ্য কৰিব নোৱাৰি আজি সকলো উদ্গাৰি ওলাইছে—কলমৰ আগত। মই যে আৰু নোৱাৰোঁ, একেবাৰেই নিসহায় হৈ পৰিছোঁ। কিন্তু মনত ৰাখিব—আপোনাৰ ওচৰতহে মই দুৰ্ব্বল। মোৰ আৰু অসহ্য, সেয়েহে সকলো বাকি দিব পাৰিছোঁ। অন্তৰক ফাঁকি দি আৰু কিমান দিন জীয়াতু ভুগিম। অন্তৰাত্মাত শান্তিৰ আশাৰেই আপোনাৰ ওচৰত নিৰ্লজ্জভাৱে, উপলুঙাৰ পাত্ৰী হবলগীয়া হলেও থিয় দিছোঁ—স্পষ্টবাদীতাৰে। আপুনি জানে—ভালপোৱা মানুহে সৃষ্টি কৰা বস্তু নহয়—এজনৰ প্ৰতি এজনৰ টান এনেয়ে ওপজে। কওক—ইজানো মোৰ ভুল ধাৰণা? যদি মোৰেই ভুল, তেন্তে এবাৰ জৰুৰ আহি হলেও মোৰ ভুল ভাঙি দিবহি বুলি কৰুণ মিনতি জনালোঁ। ভুলেই যদি হয়, লিখক এজনৰ প্ৰতি সামান্য লিখিকা এজনীৰ এটা টান ওপজাটো যদি ভুল হয়, তেন্তে চিত্ৰ তাৰকাসকলৰ মাজতো দেখোন বিয়া হয়,—ভালপোৱা হয় কিয়? একেলগে গালে, একেলগে নাচিলে, ছবি আঁকিলে, এইবোৰতো দেখোন তেনেকুৱা হয়। উদাহৰণ বিচাৰি কলাক্ষেত্ৰ, শান্তিনিকেতনলৈ বেচি দূৰ যাব নালাগে—সহকৰ্ম্মী সহপাঠিৰ মাজতো তাৰ অভাৱ নহব। আপোনাৰ বাবে মই উপযুক্তা নহব পাৰোঁ, কিন্তু কি কৰিম, অন্তৰক যে আৰু ফাঁকি দিব নোৱাৰা হৈ পৰিছোঁ।



কিয়—ৰেডিঅ'ত গান শুনিওতো মানুহ প্ৰেমত পৰে। ৰেডিঅ'ৰ গায়িকা আৰু গীতিকাৰসকলৰ মাজতো দেখোন ভালপোৱা হয়। শিক্ষক বা প্ৰফেচাৰ আৰু ছাত্ৰীৰ মাজতো কেতিয়াবা দেখোন ভালপোৱাই ভুমুকিয়াইহি।

—ইমানখিনি লিখাৰ পিছত আপুনি মোক এবাৰ চাবলৈ বিচাৰিব আৰু মোৰ বিষয়ে কথা জানিব খুজিব; সেইটো মই জানো। কিন্তু যেনেকৈয়ে নহওক—আপুনি এবাৰ মোক লগ দিবই লাগিব। ই মোৰ দাবী নহয়—সকৰুণ অনুৰোধ। উত্তৰ নিশ্চয় দিব তলৰ ঠিকনাত। কেতিয়া আহে জনালে মই ট্ৰেন্সপৰ্ট অফিচলৈ আগবাঢ়ি যাম। শেষত ভক্তি নমস্কাৰ জানিব। অতি সোনকালে এবাৰ জৰুৰ আহিব বুলি বৰ আশা কৰিলোঁ। দেউতা আৰু ককাইদেউহঁতক কিন্তু আপুনি অলপতে আমাৰ ঘৰলৈ আহিব বুলি কৈছোঁ; আপুনি আহিলে সকলোৱে ভাল পাব। আজিলৈ সামৰোঁ দেই। মৰম-শ্ৰদ্ধা আগবঢ়াই।—ইতি। আপোনাৰ—

পূৰ্ণিমা হাজৰিকা; চতুৰ্থ বাৰ্ষিক।
ডি. বি. কলেজ; যোৰহাট।

—ডঙুৰা জীৱনৰ একুৰি এঘাৰটা বছৰৰ ভিতৰত আজিয়েই প্ৰথম এনে এখন চিঠি পালোঁ। গতিকে এবাৰ বা দুবাৰ পঢ়িয়েই ক্ষান্ত থাকিব পৰাটো মোৰ পক্ষে সম্ভৱ নাছিল। মনতে ভাবিলোঁ—চৰাই হোৱা হলে উৰি গলোঁহেঁতেন এতিয়াই।

কটা, ছোৱালীজনী এবাৰ দেখা পোৱা হলে! এইবাৰ বি. এ. দিব; ঠিক আছে। মোৰ যেন লিখাবোৰৰ সাৰ্থক হৈছে। গৰ্বোৎফুল্ল মনেৰে চকু দুটা মুদি এনেয়ে এবাৰ ছোৱালী জনীৰ ৰূপটো কল্পনা কৰিলোঁ। অতি বগা নহয়; চুলিবোৰ যেন দীঘল! নাকটো অতি ধুনীয়া নহলেও চকু দুটা বৰ ধুনীয়া। আগ দাঁত দুটা যেন সামান্য ভাবে ওলোৱাৰ নিচিনা। এনেয়ে কিন্তু ধৰিবৰ সাধ্য নাই—হাঁহিলে অলপ ধৰা পৰে। সেয়া—মুগাৰ মেখেলা এখন পিন্ধি আছে। ভৰিত ভেলভেটৰ চেণ্ডেল। গাৰ চাদৰখনৰ শেলটো কেচ্‌পতীয়া। ব্লাউজটো অলপ নীলা ৰঙৰ। চকুত এজোৰ ৰল্ডগণ্ডৰ চচ্‌মা। হাতত এটা সৰু ঘৰী। সোঁহতৰ আঙুলিত আঙঠি কেইবাটাও। আৰু কিবাকিবি যেন···

"কিহে ভোলানাথ উঠিলা?"—চক্‌মক্‌কৈ চকুমেলি চাওঁ—মোৰ ৰুমমেট্ট প্ৰতুল। অলপ অপ্ৰস্তুত হৈ চিঠিখন লুকুৱাবৰ চেষ্টা কৰিলোঁ। তাৰ মুখত লাজ আৰু খঙৰ এমোকোৰা হাঁহি। সি আহি মোৰ বিছনাখনতেই বহিল। কথা পাহৰোৱাৰ ভাও ধৰি "কলৈ গৈছিলা" বুলি তাক সুধি চিঠিখনৰে সৈতে হাতখন পাছফালে লৈ গ'লো। সিও ধুৰন্ধৰ—"চাওঁ চাওঁ কাৰ চিঠি" বুলি নিলেই হাতৰপৰা থাপ্‌ মাৰি। "এ-এ নাপায় নাপায়—" অসহায়ৰূপে এক প্ৰকাৰ চিঞৰি উঠিলোঁ "কিয়?" "কনফিডেন্সিয়েল।" এইবাৰ সি লেফাফাৰ আখৰ কেইটা চাই বিজ্ঞৰ দৰে কলে—"অ' সুৰেশ, বদমাইচ; কি লিখিছে



সি—তোমাকো লম্ভিলেনে কি?" মই কলোঁ—"নহয় সুৰেশ, কিয়—কি হলনো সুৰেশৰ?"

"চালা—কিয় এয়া সুৰেশৰ আখৰ নহয়?"

—"নহয়হে কোনোবা হেৰি—পূৰ্ণিমা হাজৰিকা যোৰহাটৰ।" জনা দেখুৱাই কলোঁ। কিন্তু তাৰ যেন কি হ'ল—হাঁহি হাঁহি গোটেই মানুহটো উবি যাওঁ যাওঁ হ'ল।

"আৰে—কি হ'ল নোকোৱাঁ কিয়?" একো বুজিব নোৱাৰি মই মাথোন তাৰ ফালে চাই ৰওঁ। প্ৰতুলে হাঁহি হাঁহি কৈ গ'ল—

"কিয় সুৰেশে আজিকালি পূৰ্ণিমা নামেৰে তোমালোকৰ কাগজত নিলিখে? তুমি নাজানা; মাৰিলা মৰিয়াই। ক'তনো সোমাই আছিলা?"—প্ৰতুলৰ হাঁহিৰ আকৌ উজাৰ উঠিল। তথাপি তাৰ মাজতেই সুধিলে—"তোমালৈ কি লিখিছে?—চালা এনে বদ্‌মাইচ্‌।"

এইবাৰ ময়েই তাক প্ৰশ্ন কৰিলোঁ—"কিয় তোমালৈকে কিবা লিখিছেনে কি?—কি হ'লনো তোমাৰ??"

"চালাই পুৱা আঠবজাৰ গাৰীত আহিম বুলি মোক ষ্টেচনলৈ মাতি টেলিগ্ৰাম কৰি পাঠাইছিল।"

—"কিয়?"—একো নুবুজি মই আকৌ তাক প্ৰশ্ন কৰোঁ। সি আকৌ এবাৰ হাঁহিৰ উজাৰ তুলি ক'লে—"কিয়—আজি কিমান তাৰিখ?" "ধেৎ" বুলি চিঠিখন তাৰ গালৈ মাৰি পঠালোঁ॥

ৰচনা—বালিসত্ৰ; ৯।১১।৫৫

# "প্ৰেমৰ কলেজ"

শিৰোনামাটো দেখিয়েই আপুনি হয়তো ভাবিব—হওক তেও—এইবাৰ কলেজৰ প্ৰেমৰ বিষয়ে কিছু অভিজ্ঞতা গোটাব পাৰিম। বিশেষকৈ যিসকলৰ প্ৰেমৰ পথাৰ চন পৰি 'চাহাৰা' হৈছে, সেইসকলে ভাবিব—এটা তান্ত্ৰিক আঙুঠি বা এখন আজব আইনা পালোঁ বুলি। সেইসকলৰ চাহাৰাত ই উট, প্ৰেম সাগৰত নামিবলৈ নোপোৰাসকলৰ বাবে ই "বৈতৰণী" নাম টিকাত কাটি দিয়া ষাঁড়টো,—'কুইনমেৰী'। হাবুডুবু খোৱা-সকলৰ কাৰণেই এটা 'বুই'।···কিন্তু কথাটো কবলৈ মোৰ অলপ বেয়া লাগিছে—"অণুপ্ৰবিশ্য ৰিজ্ঞাতং···" বিষ্ণু শৰ্ম্মাই (?) তাহানিয়েই লিখি থৈ গ'ল, গতিকে আজি প্ৰেমশৰ্ম্মা সেই বিষয়ে দায়ী হব নোৱাৰে। "প্ৰেমশৰ্ম্মা" নামটো পঢ়ি আপুনি দেখোন বিবৰ্ণ হ'ল, কিয় ?

এস্—আক'নো কি ! মইসেই তাহানিৰ আমাৰ প্ৰেম শৰ্ম্মাৰ কলেজৰ কাহিনীহে কবলৈ ওলাইছোঁ।—সেই নটৰাজ প্ৰেম শৰ্ম্মা। নটৰাজ মানে তেওঁ নৃত্যশিল্পী নহয়—তেওঁৰ মুৰটোৰ ভিতৰি আৰু কথাইহে নাচিব জানিছিল। অৰ্থাৎ তেওঁৰ হেড অফিচৰ অলপ গণ্ডগোল। তেনে অলপ গণ্ডগোলীয়া সকলক সাধাৰণতে নট বোলা হয়। আমাৰ যুগৰ 'নট' সকলৰ ভিতৰত তেওঁ সৰ্ব্বশ্ৰেষ্ঠাসন অধিকাৰ কৰিছিল বাবেই তেওঁক



নটৰাজ বোলা হৈছিল। এক কথাত কবলৈ গ'লে তেওঁক অকল দুষ্ট, অভং বা অহোবলিয়া বুলি সামৰি থব নোৱাৰি। "পাগল" উপযুক্ত বিশেষণ হব যেন পাওঁ।

এবাৰ আপোনাক লগধৰি লব পাৰিলে তেওঁ হ'ল চেলাপেটি জোক, অথবা ফানটিৰ···। সহজে নেৰায়। বুধিয়ক হ'লে আপুনি সাৰি যাব আৰু মূৰ্খ হলেই আপুনি তাক তিনি ঠাইত সানিব। প্ৰেমশৰ্ম্মাই (যি কোনো বিভাগতে) যোগদান নকৰা এনে কোনো প্ৰতিযোগিতা নাই। অৱশ্যে তেওঁ যে অলপ খোনা আছিল সেইটো বোধহয় আপুনি পাহৰা নাই। প্ৰথম বাৰ্ষিকত পঢ়োতেই ৰেজিষ্টাৰ কৰোঁতে "পে পে প্ৰেজেণ্ট চাৰ" বুলি খোনাই উত্তৰ দিয়াত লৰ'বোৰে, আনকি প্ৰফেচাৰেও হাঁহি দিয়া কথাত অতিষ্ঠ হৈ এদিন হাতত এডাল বেত লৈ গৈ প্ৰফেচাৰক ইংৰাজীৰে কোৱা—"ই-ই, ইউ বিট্‌মি চাৰ, হো-হোৱাই আৰ ইউ লাফিং—ডউণ্ট্ ইন্‌চাণ্ট্ মি"—কথাষাৰ বোধহয় নিশ্চয় মনত আছে।

হব বৰুৱাহঁতে ধেমালিৰ ছলতে তেওঁক মিউজিক চেক্ৰেটাৰী হবলৈ ক'লে—কলেজ নিৰ্ব্বাচনত। ধুৰন্ধৰ কেইটামানে গোট খাই প'ষ্টাৰ লিখিলে—ছোৱালী কমনৰুমত দিবলৈ—"Cast your vote in favour of your Beloved Sarma" তেওঁক বুজাই দিলে যে Beloved মানে মৰমৰ বা ভালপোৱা, অৰ্থাৎ প্ৰেম। সেইটো হেনো লিখাৰ বাহাদুৰী, সাহিত্যত হাত থকাৰ চিনাকি। তেওঁ গৈ দিলে মাৰি

প'ষ্টাৰখন। ছোৱালী কমন ৰুমত হাঁহিৰ জাঁউৰি উঠিল। ভোটৰ কাৰণে ল'ৰাতকৈ ছোৱালীৰ ওচৰলৈকে তেওঁ বেছিকৈ গৈছিল। এদিন কেইটামানে শিকাই দিয়া দৰেই গৈ ছাৱালী-বোৰক ক'লে—"মই আৰু উঠিব খুজিছোঁ, আপোনালোকৰ ...উঠিব খুজিছোঁ, আপোনালোকে কি কৰে..."হাঁহি হাঁহি ছোৱালীবোৰে কলে—ভোট দিম বাৰু ; আপুনি মাজে সময়ে আহি থাকিব—ক'বহি। আমাৰ মনত নাথাকে, পাহৰি যাব পাৰোঁ।"—হাঁহিৰৰ কাৰণেই তেওঁলোকে বেচেৰাক আশ্বাস দি পঠালে। কলেজত প্ৰেম শৰ্ম্মাৰ নাম সকলোৱেই জানে ; যি বুলিয়েই নহওক সকলোৱে চিনি পায়।

ইলেকশ্যনৰ ছুদিনমান আগত ল'ৰাকেইটামানে শিকাই দিলে—"তিৰি, মিৰি, ভাটৌ কোৱা ; এই তিনি-চাৰিৰ আসৈ নোপোৱা—তই কথাটো ভাঙি কৈ সোধ গৈ তেওঁলোকে ভোট দিবনে নিদিয়ে।" তেৱেঁ। গৈ ক'লে—"তিৰি মিৰি, ভাটৌ কোৱা, এই তিনি চাৰিৰ আসৈ নোপোৱা। আপোনালোকো তিৰি। গতিকে মোক ভোট দিবনে নিদিয়ে সঁচাই কওক।" হাঁহি হাঁহি ছোৱালীবোৰে ক'লে—নাই নাই আমি আপোনাক ভোট দিমেই যাওক।" নিৰ্ব্বাচন হৈ গ'ল। ভোট পালে উনৈশটা। বাকী ছুজন প্ৰতিদ্বন্দ্বীৰ এজনে পালে তিনিশ ষাঠিটা আৰু ইজনে পালে চাৰিশ তেইশটা। তথাপি তেওঁ ঠাণ্ডা ন'হল। ফাইন আৰ্টচ্ আৰু বাৰ্ষিক খেল-ধেমালিৰ সকলোতে এবাৰ যোগ দি ক'তো একো নোপোৱাৰ বাবেই এজন ল'ৰাই দিলে এটা পুৰস্কাৰ। মূৰ্খই চৰ মৰাকে চুমা খোৱা বুলি ভাবিলে।

তেওঁ সদায় এটা কথা কয়—তেওঁৰ হেনো মৰেল কাৰে'জ আছে। সেইটো কথাতে কেইটামান ল'ৰাৰ উচটনিত পৰি প্ৰফেচাৰক যি কোনো ধৰণৰ প্ৰশ্ন সুধি প্ৰায়েই ভেকাহি খাইছিল। অশুদ্ধই-শুদ্ধই, খোনাই-খোনাই হলেও তেওঁ ঘনাই ইংৰাজী কয় আৰু সংস্কৃত শ্লোক মাতে। এবাৰ "কিং ত্বয়া ক্ৰীয়তে ধেন্বা যা ন সুতে ন দুগ্ধদা" এই শ্লোকটোৰ অৰ্থ কৰিছিল এনেকৈ—"সেই ধেনা (বাঁজী) গাইজনী কিনিলে কি হব—যি জান চুটি গলেও (অৰ্থাৎ মৰি গলেও) গাখীৰ নিদিয়ে। পাণ্ডিত্য সিমানেই। তথাপি তেওঁ শ্লোক মাতিবই কাৰণ তেওঁ বামুণৰ ল'ৰা। আত্মপ্ৰশংসা তেওঁ বৰ ভাল পায়। দোষ তেওঁৰ অৱশ্যে অকলৈ নহয় এইটো। জুলিয়াচ চীজাৰো ইয়াৰ হাত সাৰিব পৰা নাই। সঁচা কথা—the best means to conquer a fool is to flatter him. উদাহৰণ এটা দিওঁ। এবাৰ এজন বিখ্যাত সাহিত্যিকে বাট ভুল কৰি কোনোবাখিনি পালেগৈ। নটৰাজে তেখেতক লগ পাই সবিশেষ জানি চাইকেলৰ পিচত তুলি লৈ আহিল। ভাবুক সাহিত্যিকো ভোলানাথ হৈ ভতৰাৰ ওপৰত চড়ি যোৱাদি "মহাৰঙ্গ মনে" নিজস্থান পালেহি। তাকে বাহ্‌বা পোৱাৰ আশাত প্ৰফেচাৰৰ আগত সেই কথা জাহিৰ কৰিলে।

প্ৰেমধৰৰ প্ৰেমৰ কাহিনী কবলৈ মোৰ অলপ বেয়া লাগে,

মানে—ভয় লাগে। কাৰণ যি সকলৰ লগত তেওঁৰ এই লীলা-মালা জড়িত, সেই সকলৰ প্ৰায়বোৰেই এতিয়া ( Population planning পঢ়িছে যদিও ) দুই তিনি সন্তানৰ মাতৃ। তাৰে মাজৰ কাৰোবাৰ তাহানি কলেজীয়া জীৱনৰ দাগ, জান আদি নমবাটোও একো অস্বাভাৱিক নহয়। তাৰে আকৌ দুই এগৰাকী গৰিয়া পৰিও আছে। সেইবোৰ হৈছে কপাল। অতি কথকীক কথাই খোৱাৰ দৰে তাহানিৰ অতি চট্‌ফটীয়া কেইগৰাকীমানৰ শিৰত আজিও সেন্দূৰ পৰিবৰ নৌহয় এথোন। বয়সে হয়তো ডেৰকুৰিৰ দেওনালৈ হাকুটি এৰি হেপা মেলিব লাগিছে—ঠিক যেন হনু ওলাবলৈ ধৰা গাল ঢাকিবৰ বাবে পুষ্টিকৰ ঔষধ আৰু প্ৰসাধনৰ দ্বৈত সহযোগত টনা আঁজোৰা। সেয়েহে কৈছোঁ মোৰ ভয় লাগে। আৰু এটা কাৰণ আছে। তাহানি নিগ্ৰো মাৰ্কা এগৰাকী চামুণ্ডাই এবাৰ প্ৰেম শৰ্ম্মাক মাতিনি অপমান ( প্ৰেম শৰ্ম্মাৰ মতে অভিমান ) কৰাৰ কথা মই পাহৰা নাই। সেই ঘটনাৰ অবগতিৰ পূৰ্ব্বে আপুনি জনা উচিত যে প্ৰেম শৰ্ম্মাই দিনটোত কুৰিজনীমান ছোৱালীৰ প্ৰেমত পৰে। কোনোবা তেওঁৰ ফালে চালে, হাঁহিলে বা মাতিলেই তেওঁ ভাবি লয় যে তেওঁৰ প্ৰেমত পৰিলেই। তেওঁৰ ৰবলৰ টোপ জীৱনটোত প্ৰেম চেঙেলী মাছ বুলি ধাৰণা আছিল। তেনেকৈ তেওঁক চোৱা, হঁহা বা মতা ছোৱালীক বাটত অহা-যোৱা কৰোঁতে লগ পাবলৈ বা সেইবাটে তেওঁক cross কৰি যাবলৈ, আজিকালি গাৱঁৰ-



পৰা আহি টাউন পাই পাখি সৰাল দিয়া বা নগৰীয়া চেঙেলীয়া কেলেজীয়া-স্কুলীয়া ল'বাৰ দৰেই প্ৰেম শৰ্ম্মায়ো কুকুৰ লৰ দি ঢপলিয়াই পাছ ধৰিছিল। উপৰোক্ত নিগ্ৰোমাৰ্কা গৰাকীৰ কথা। নিলগীয়া অঙহী-বঙহী ডেকা প্ৰফেচাৰজনৰ লগত বিয়াৰ কাৰণে দুয়োঘৰৰেপৰা ভিতৰি কথা-বতৰা চলাৰ লগে লগে পাত্ৰ-পাত্ৰীৰ মাজতো বিনিময় হোৱাৰ কথা কলেজত প্ৰায়বোৰ ল'ৰাই জানে। নজনা কেইটাৰ ভিতৰত প্ৰেমধৰ এক নম্বৰতে। কোন গ্ৰহৰ অষ্টোত্তৰী কিম্বা বিংশোত্তৰী দশান্তৰ্গতঃ কি ৰিষ্টৰ দ্বাৰা প্ৰভাৱান্বিত হৈ কব নোৱাৰোঁ—এদিন বাটত প্ৰেমশৰ্ম্মাৰ গোচৰীভূত হ'ল সেই গৰাকীৰ হাঁহি এটা তেওঁলৈ চাই এৰা। প্ৰেমে পুলকিত প্ৰেম শৰ্ম্মাই চেঙেলী মাছে টোপ খোৱাৰ গম পায়েই চিপ্ মাৰিবৰ চেষ্টা কৰিলে। চৌধাৰীৰ কবিতাৰে অৱচেতন অনুভূতিক সৰস কৰি তোলাৰ প্ৰয়াস হ'ল—"কাৰ ফালে চাই মাৰিলি হাঁহি···।"

ক্লাচত গৈ প্ৰেমই তেওঁৰ চকুত পৰাকৈ বহি মাজে মাজে চাই আছে। প্ৰফেচৰ আছিল চামুণ্ডাৰ চকুৰ মাণিকজনেই। তেওঁ কথাটো লক্ষ্য কৰিলে। চামুণ্ডায়ো প্ৰফেচৰৰ যোগেদি তেওঁৰ প্ৰতি প্ৰেমৰ দৃষ্টিটোৰ কথা আবিষ্কাৰ কৰিলে। লগৰ ছোৱালীবোৰৰো চকুত পৰি হাঁহি তাইক জোকাবলৈ ধৰিলে। আনৰ লগত অৱেল প্ৰেম কৰাৰ অভ্যাসতকৈ আৱশ্যক তেওঁৰ কম আছিল। ক্লাচ চুটি হোৱাৰ পিছত তেওঁ চকিদাৰৰ হতুৱা প্ৰেমক কমন ৰুমলৈ মতাই নিয়ালে। সানন্দে ঢপলিয়াই

গ'ল প্ৰেম শৰ্ম্মা। চামুণ্ডা গৰাকী তেওঁক দেখি অন্যমনস্কা হ'ল। "মো-মো-মোক মাতিছিল বোলে?"—প'জ ধৰি প্ৰেমই এক ৰোমাণ্টিক অভিব্যঞ্জনাৰ প্ৰচেষ্টা কৰিলে। তাকে সহায় কৰিলে নিজ মনে ভাল বুলি বাছি বশৱৰ্ত্তী হোৱা মেনিয়াই। আজি যেন তেওঁ এভাৰেষ্ট বিজয়ীতকৈও বেছি গৌৰৱান্বিত। আকৌ ভুবাবমান মাতিলে। অন্য মনস্কাই এইবাৰ নিজ মূৰ্ত্তি ধৰি গৰ্জ্জি উঠিল—"কি মাতিছিল? আপুনি ক্লাচত সদায় কিয় মোৰ ফালে চাই থাকে?—মই সাৱধান কৰি দিলোঁ কিন্তু…।" প্ৰেমৰ মূৰত বজ্ৰাঘাত; মূৰ আচন্দ্ৰাই কৰিলে। চকুৰে একো নেদেখা হ'ল। খন্তেক তব্ধি সেপচুকি মূৰ খজুৱাই খজুৱাই লাহেকৈ মাত দিলে—"ন-নহয়, মই মানে মম্ মইবে চাওঁ আ আপোনালৈ, সেইটো আপুনি না নাচালে কেক্ কেনেকৈ ধৰিব পা পাৰিলে।"—ভাষাৰ লাগবান্ধ নহলেও, খোনাই কলেও অনাকাঙ্খিত এনে উত্তৰ শুনি চামুণ্ডাই অলপ লাজো পালে আৰু ক'লে—"যাওক এতিয়া ইয়াৰ পৰা।"—প্ৰেমধৰে ভগা হিয়ালৈ উভতি খোজ ললে। ছোৱালী কমন ৰুমত হাঁহিৰ জাঁউৰি উঠিল। সেইদিনাৰপৰাহে তেওঁৰ নাম চামুণ্ডা ৰখা হ'ল, আগতে ঘুঁতি বুলিয়েই সকলোৱে জানে। দেৱাই পালিয়ে প্ৰেমৰ শিৰত কিছু কাম কৰিলে। সেই ঘটনাৰপৰা অলপ দিন তেওঁ কলেজলৈকে অহা নাছিল। পিছত এদিন এখন দীঘল চিঠি চামুণ্ডালৈ লিখি লৈ কলেজত আকৌ দেখা দিলেহি। চিঠিখনত লিখিছে—



'মৰমী মোৰ,

মই সেইদিনা তোমাৰ কথাত তিতা লাগি সংসাৰত আৰু জীয়াই থাকিবলৈ ইচ্ছা নাইকিয়া হৈছিল। তেতিয়াই ঘৰলৈ গলোঁ চুইচাইড কৰিম বুলি; কিন্তু তুমি শুনি আনন্দ পাবা যে তিনিবাৰ,—একাদিক্ৰমে তিনিবাৰ তেনে যত্ন কৰিও কৃতকাৰ্য্য লাভ কৰিব নোৱাৰি ব্যৰ্থ মনোৰথ হ'লোঁ। তুমি অবিহনে যে মোৰ জীৱন অসাৰ, সেইকথা মই যেনেকৈ জানো; তুমিও বোধহয় তেনেকৈ জানা। নিশ্চয় কোনোবা টুটকীয়াই কিবা কথা লগাই তোমাৰ মনত দুখ দিলে; সেয়েহে তুমি মোক তেনেকৈ ক'লা। হওক, তাত মোৰ বেজাৰ নাই। মই পীৰিতি কিতাপ পঢ়িছোঁ—মুখস্থও কৰিছোঁ সেই কাৰণেই তোমাৰ খং দেখি মই বেয়া পোৱা নাই। কাৰণ—

"শতুৰুক দেখুৱাই কেতেৰাই মাতিবা।" এই কথা যে তুমিও জানা। অস্ মোৰ কিমান ভাল লাগে…। মই জানো, সচিতে সপোনে তুমি মোক ভাল পোৱা; ময়ো পাওঁ চেনেহী, ময়ো তোমাক ভাল পাওঁ। তোমাক ভাল পাবলৈকে মই চুইচাইড নকৰি জীয়াই থাকিলোঁ। চিগাৰেট খালে ছোৱালীবিলাকে ভাল পায় বুলি লোকৰ মুখে কোৱা শুনো, ময়ো তুমি ভাল পাবলৈকে এতিয়া চিগাৰেট খাবলৈ লৈছোঁ। তোমাৰ কথা ভাবি ভাবি মই এটা গান আৰু এটা আধুনিক কবিতা লিখিছোঁ।…"

—বহুত দীঘল এখন চিঠি,—ফুলস্কেপ কাগজ দুটা ভৰা। তেতিয়া মই কলেজ আলোচনীৰ সম্পাদক আছিলোঁ। মোক

আহি সেইখন দি হাতে ভৰিয়ে ধৰিছে—যেনেতেনে সেইখন প্ৰকাশ কৰিব লাগে।—লাগিলে তেওঁ পইচাকে দিব। পেটে পেটে হাঁহি উঠিছিল যদিও খুউব যত্ন কৰি মুখত তাক সম্বৰণ কৰি তেওঁক আশ্বাস দি পঠাইদিছিলোঁ। তেনে ধৰণৰ বহুত পৰোক্ষ প্ৰেমপত্ৰই গল্প কবিতাৰ নাম লৈ মোৰ হাতত পৰিছিল—যি বোৰৰ ওপৰত সম্বোধনটো কৰি, আজি কালিৰ মতে পোষ্টৰ নয়া পইচা খৰচ কৰি ওপৰত নাম ঠিকনা লিখি ডাকতে তেওঁলোকৰ প্ৰেমিক-প্ৰেমিকালৈ পঠাই দিয়া উচিত। সেইবোৰৰ ভিতৰত প্ৰেমশৰ্ম্মাৰখন আটাইতকৈ দীঘল আৰু কৌতুকৰ, ৰহস্যৰ ৰহঘৰা থকা কাৰণে ৰাখি থৈছিলোঁ। আজি পাঁচ বছৰৰ মূৰত চিঠিখন পাই তেওঁৰ পূৰ্ব্বৰ কাহিনী মনত পৰিছে।*

ৰচনা—

নবমীচ'ৰা, নগাঁও ৩১।১০।৫৪

* প্ৰকাশিত সংখ্যা কাগজ বিচাৰি নোপোৱাত প্ৰথম পাণ্ডুলিপিৰ মতেই ৰখা হৈছে। প্ৰকাশৰ তাৰিখ চন আদিও দিব পৰা সেইবাকে সম্ভৱ নহ'ল।

## "মঙ্গলী বাই"

( শান্তিদূত ঃ ১৩ নবেম্বৰ, ১৯৫৫ ঃ দেওবাৰ )

ইতিহাসে লেখ দিব নোৱাৰা দিনৰেপৰা আমাৰ বুৰঞ্জী নাটক, উপন্যাস, কাব্য আদিত প্ৰায়ে একোটা নাৰী চৰিত্ৰ কেতিয়াবা উপেক্ষিতা হৈ আছিছে। লিখকসকলে এনে চৰিত্ৰৰ অৱতাৰণা কৰি সাহিত্যত ঘটনা কেতিয়াবা বেয়াৰ ফালে আৰু কেতিয়াবা ভালৰ ফালে দ্ৰুত গতিৰে আগুৱাই নিছে। তাৰ পিছতে খটম। আগগুৰি বিচাৰি গোটেই পুথি চলাথ কৰক, সেই চৰিত্ৰ আৰু নাই। মাজতে ভুমুকি মাৰি কিবা এটাত বিশেষভাৱে অংশ গ্ৰহণ কৰি মাজতে আকৌ নাইকিয়া হৈ গ'ল। এই শ্ৰেণীৰ নাৰী চৰিত্ৰক আজিকালি "বাই" বোলা যায়। উজনি ফালে বাইটি বোলে। মই অসমৰ কথাহে কৈছোঁ। এওঁলোক সাৰ্ব্বজনীন বাই। আগৰ যুগত এওঁলোকক কি বোলা হৈছিল জনা নাযায়। পাপপুণ্যৰ বিচাৰ কৰি সৎ-কৰ্ম্মৰে "বহুতদিন" মানে সেই ওপৰ পুৰুষসকল আজিলৈকে জীয়াই থকা হলে ক'ব পাৰিলেহেঁতেন। গ্ৰচ্ ইগইষ্টিক এথিকেল হেডনিজিম—চাৰ্ব্বাক আৰু হাফিজলৈ মনত পৰে আৰু মানি লবলৈ মন যায়—এনেবোৰতে তেওঁলোকৰ দৰ্শন। এ—কেনিবাহে আহিছোঁ।

সম্পূৰ্ণ অসম্পূৰ্ণ বা আংশিকভাৱে এই চৰিত্ৰটোৱে বিভিন্ন গ্ৰন্থত ঠাই পাইছে। আগতে কৈছোঁ—ইয়াৰ ভাল

বেয়া দুয়োটা গুনেই আছে। এইজনা দেবী কেতিয়াবা ৰুষ্টা, কেতিয়াবা তুষ্টা। ৰুষ্টা হলে আপোনাৰ ৰক্ষা নাই—আপোনাক আহুদি খুৱাই বা টেকেলি হুৰা দিহে এৰিব। গতিকে সকলোৱেই এওঁক সুপ্ৰসন্না ৰাখিবলৈ যত্ন কৰে। মহাকবি কালিদাসৰ "অভিজ্ঞান শকুন্তলম'ত—অনসূয়া, প্ৰিয়ম্বদাৰ গাত এই চৰিত্ৰই আংশিক প্ৰকাশ পাইছে। ৰামায়ণত মন্থৰা, কুমৰহৰণত জ্যোতি ককাইদেৱে কুঁজী নাম দিয়া ধাইজনী (কোকিলা পীতাম্বৰ) ইংৰাজী সাহিত্যত আঙঠি সলোৱা বুদ্ধিমতী পৰ্চিয়া (cato's daughter and wife of Brutus নহয়), ৰাম সৰস্বতীত হেমা, "কচ-দেৱযানীত" শৰ্মিষ্ঠা, মনসাত নেতা, নিৰ্ম্মল ভকতত নিৰ্ম্মলৰ মাহীয়েক, বামুণী কোঁৱৰত বৰকুৰঁৰীৰ সহচৰী, গদাধৰত লুকী—ৰম্ভা, "জীৱনৰ তিনি অধ্যায়ত মাজু খুৰীদেউ, বুৰঞ্জীত গড়মাকুৰঁৰী, পিজৌ গাভৰু, আলিবাবাৰ মৰ্জ্জিয়ানা, ৰাণী মাৰ্গাৰেট আদি এই বাইৰ ঘৰত পৰে। এওঁলোক অদ্বৈত বেদান্তৰ মায়া, সংখ্যাৰ প্ৰকৃতিৰ আংশিক প্ৰকাশ। এওঁলোকে কেতিয়াবা একোটা অতি দুঃসাহসিকতাৰ কাম কৰে। কেতিয়াবা তাৰ বাবেই দিয়ে আত্ম-বলিদান। এনে চৰিত্ৰ কেৱল কাব্য বা সাহিত্যৰেই উপেক্ষিতা নহয়—কেতিয়াবা বাস্তৱৰো উপেক্ষিতা। কবলৈ পাহৰিছোঁ—ফুলেশ্বৰী, চন্দ্ৰকান্তৰ ৰাজমাও, জয়মতী, দক্ষযজ্ঞৰ আঁকৰী সতী আদিৰ নামো উন্নুকিয়ালে বোধহয় তেওঁলোকৰ নামৰ পবিত্ৰতাত আবিল নপৰে। সেয়েহে ভগবানেও অমৃত



মথোঁতে এনে বাইৰ "বাইটি বা ৰাইজীৰ ৰূপ ধৰিয়েই দৈত্যবোৰক (আৰু মহাদেৱকো) পগলা কৰিছিল।" "নৰকাসুৰত" বসুন্ধৰাৰ চৰিত্ৰও একে বিধৰ। ৰাম-ৰাৱণ যুদ্ধৰ মূল শূৰ্পণখাও জানো এই বিধৰে এগৰাকী বাই নহয়?

আমাৰ মঙ্গলী বাই সেই শ্ৰেণীত পৰেনে নপৰে ক'ব নোৱাৰোঁ। মঙ্গলী নামটো কিয় ৰখা হৈছিল, সেই সম্পৰ্কেও গাঁৱৰ বুৰঞ্জী নিৰুত্তৰ। হয় ওপজা বাৰটো মঙ্গলবাৰ আছিল, নহয়, বায়ে মঙ্গলচাব জনা কাৰণেই সেই নাম (মঙ্গলতী হব লাগিছিল হয়তো—বৈয়াকৰণিক প্ৰয়োগ) এওঁ সাৰ্ব্বজনীন বাই। অকাল বৈধব্যই বাইৰ চৰিত্ৰটো গঢ় দিয়াত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। সাৰ্ব্বজনীন বাইসকলক তিনি ভাগে ভগালে ৰাজ অন্তেয-পুৰৰপৰা বাটৰ কাষত পাণদোকান দি বহি থকালৈকে, অথবা মথুৰা হাটৰ বজ্ঞকিনীলৈকে এই বাইসকলক পোৱা হব আৰু আমাৰ মঙ্গলী বাইক উত্তম আৰু মধ্যম শাৰীত বহিবলৈ কোনেও কঠ পাৰি নিদিয়ে। কলাপাত এডুখৰি লৈ টুপৰ ফালেই বহিব লাগিব। কীৰ্ত্তন-ঘোষা সোপাই মুখস্থ আছিলেও, পোনেই শিৱৰ কথাটো বাদেই, মিঠৈ বন্ধা সৰাহ নিদিলে দোহাৰতে কোনেও কাকো বহিবলৈ নিদিয়ে। বাই কিন্তু কীৰ্ত্তন-ঘোষা মুখস্থ অহাতকৈয়ো সাতিচাৰ। গুণৰ ভিতৰত সকলোতকৈ ডাঙৰ গুণটো হৈছে—বাইৰ প্ৰেমৰ এজেন্সিটো। নগৰে-চহৰে (চহৰ শব্দৰ মূল অৰ্থ নগৰ নহয় বুলি কোৱাত এজনৰ লগত কাজিয়াই লাগিছিল) সকলোতেই পৃথিৱীৰ সকলোতে

বুলিছোঁ, শ্ৰেণী ভেদে এনে একো গৰাকী বাই আছে। কেতিয়াবা বেদনিধিৰ দৰে লিঙ্গ ভেদৰো আৰ্ষ প্ৰয়োগ দেখা যায়।

আপুনি কাৰোবাক ভাল পাব বিচাৰিছে যদি ( বিবাহিত যদি ক্ষমা দেই ) এনে সাৰ্ব্বজনীন বাইৰ আশ্ৰয় লওক। আপোনাৰ ওচৰে-পাজৰে আছে বিচাৰ কৰক ; নাপায় যদি মঙ্গলী বাইৰ কাষ চাপক। অতি কম আয়াসতে বায়ে সকলো ফয়চালা কৰি দিব। বাইৰ পিছ ললে ডেকাই হওক গাভৰুৱেই হওক কাম সিজিব। তেতিয়া আৰু চিনেমাহলত বাদাম খাই মনে মনে ডেকাৰ জেপত বাকলি ভৰাই দিওঁতে ধৰা পৰি হাতৰ আঙঠি ডেকাৰ হাতত এৰি থৈ আহি প্ৰেমত পৰাৰ ফন্দি নাপাতিলেও হব। বাইৰ দ্বাৰা সকলো সুকলমে সমাধা কৰাব পাৰিব। সেয়ে আন নহলেও বাইক আপুনি মাজে সময়ে বজাৰৰপৰা দুই এগুচি পাণ আৰু নেমুটেঙা কৰদৈটেঙা ( সাৱধান! আগতে টেঙা নিদিব, সি আইন বিৰুদ্ধ কথা ; পোনতে আন কিবা দিয়াৰ পিছতহে দিব ) আৰু আপুনি ধপাত খায় যদি ধপাত, আৰু নেখায় যদিহে ধপাতৰ দামটো বাইক দি থাকিবলৈ নাপাহৰিব। কেতিয়াবা চিগাৰেটো যাচিব—বাই হুতাশন ; একো নেৰে। মাজে সময়ে আপুনি জেপত কিবাকিবি ভৰাই লৈ গৈ বাইৰ তাত বহক। কুটকুৰা চুলি কেইডাল মেলি, কেতিয়াবা অৰ্দ্ধাস্বাদিত, কেতিয়াবা অনাস্বাদিত পয়োধৰেৰে বাই বিৰাজমান—এদল মক্কেললৈ। আপুনি আপনাৰ কথা পোনতে নুলিয়াব। সময়ত বায়েই আগধৰি



উলিয়ালে আহিবৰ পৰত জেপৰ টোপোলাটো দি থৈ আহিব মাথোন। মাজে মাজে বাইৰ লগত হিউমাৰ কৰিবলৈ চেষ্টা কৰিব—ৰস ওলাওক বা নোলাওক।—অসভ্যালি কৰিলেও ক্ষতি নাই ; প'জ ধৰি দাঁত নিকটাই মৰা হাঁহিটোৰে বায়ে আপোনাক সম্বৰ্দ্ধনা জনাব, কেতিয়াবা হয়তো আপোনাৰ চকুৱে ধোৱাঁ ধোৱাঁ দেখিব, কেতিয়াবা আপোনাৰ তিতা-কেঁহা লাগিবগৈ। কিন্তু হতাশ নহব—ধৈৰ্য্য ধৰক! মক্কেলসকলক লক্ষ্য কৰিব—কোনোৱে তামোল চোবাইছে, কোনোৱে বেৰত চূণ (বেছি হোৱা খিনি) সানিছে, কোনোৱে আধা খোৱা বিৰিটো বাইৰ ফালে যাচিছে ; কোনোৱে বা আকৌ মাননী ছৰতীয়াটো বঁটাটোতে থৈ "যাওহে দে, থাকিবি" বুলি এহাতে ওভোতা বাঁহৰ চুঙাত জৰা পানীকণ লৈ ইহাতে টিকাৰ খৰ খজুৱাই থেৰো গেৰো কৈ খোজ লৈছে। কিবা আৰু এটা যেন সুধিবলগীয়া আছিল, মানুহ বেছি থকাত সুধিব নোৱাৰিলে—গতিকে তেনে এটা অভিব্যক্তি। বাই বেজিনীও। কাৰোবাৰ গৰুৰ পোক মৰা, তাঁতশাল কটা, বান্ধনি দিয়া, মতা তিৰোতাৰ কাজিয়া লগোৱা বিয়াত দৰা বা কন্যাক একো কৰিব নোৱাৰা, পেট উখহাৰ আদা আৰু পানী জাৰি দিয়া, ইত্যাদি নানা কেচ লৈ বাইৰ ওচৰত মক্কেলৰ সমাবেশ হয়। কিন্তু বাই অকল তাতে আবদ্ধ থাকিব নোৱাৰে। কাৰোবাৰ সন্তান উপজিলে ধৰিবলৈ যাব লাগিব অৰ্থাৎ বাই গাঁৱলীয়া নাৰ্চ। কাৰোবাৰ চিৰা খুন্দাত সহায় কৰিব লাগিব, কাৰোবাৰ পথাৰত কুইদাই দিয়াৰ লগতে ৰাউচি

জুৰি বিহুনাম কেফাঁকি মানো গাব। গোঁসাইসকলৰ ঘৰত কোমল ধান সিজালে কাউৰী-শালিকাৰ দৰেই বাইৰ উপস্থিতিও অনিবাৰ্য্য। ধানমুঠি লৰাই দিবলৈ বাইক খবৰ কৰি আনিব লাগিবই। বিলত গা-তিয়াই তাৰে পাৰতে বায়ে "ঈচৰ সেৱা" কৰি গোঁসাইসকলৰ ঘৰতে চাউল সিজোৱা মুঠিও ধৰিহে বাই যাব। পাচতিত বাই গৰ্গ হয়, কেতিয়াবা 'বহুৱা' হৈ "নাচন্ত দাৰি পকাই" বুলি "নিমিতং" নাচে। বাই বিখ্যাত মহাপুৰুষীয়া চাৰিসত্ৰীয়াৰ ক্ৰনিকোল। বিয়াই সবাহে দৰা-কন্যা-সজাই-পৰাই উলিয়াই দিয়ে বায়েই। 'বেদ'ৰ বাহিৰেও দেশ দস্তৰ মতে নিয়মবোৰ বায়েহে জানে সকলো। তদুপৰি কাবোবাৰ ঘৰত "নোৱাৰা" হলে বা অশৌচত পৰিলে ভাতমুঠি বান্ধি দিবগৈ বায়েই। গাঁৱৰ কোনোবা ঘৰৰ মতা মানুহটো কেনিবা আঁতৰি গ'লে ৰাতি বায়েই ঘৰ ৰখিবগৈ লাগে। তিথি মহোৎসও বা ভ-না সবাহ, ভোজ-ভাত আদিতো নামঘৰ আৰু বাচন-বৰ্ত্তনবোৰ ধুই পখালি দিয়াৰ ভাৰ বাইৰ ওপৰত। সকলোতে বাইৰ অবাধ গতি—ৰজাঘৰ, পৰ্জা ঘৰ, গুৰুঘৰ-দেউঘৰ—সকলোতে। বাইৰ হাতে পানীটোপা গঞা ৰাইজ সকলোৱেই খায়; মালাবস্ত নহলেও মাটি-পানী, শৌচ সদাচাৰ নিয়মকাৰণ মানি চলা মানুহ। আইসকলৰ নাম সেৱা আদিত বায়ে পঁচা তুলিব লাগে, বনা খুন্দাও কৰিব লাগে। ইয়াৰ বাহিৰেও উছৰে-পৰৰে কাবোবাৰ চুব নোৱাৰা দিন-পৰিলে বাইক কলেই বায়ে কলগছত বেজী এটা বা ঘৰৰ



ৰুৱাত একে উশাহেই লেখি সোপা এটা দি মন্ত্ৰ মাতি নিৰ্ভয় কৰি দিয়ে। ভগৱানে নকৰক—আপোনাৰ যদি কাৰবাৰ লগত অলপ লেনদেন ঘটি কিবা কেলেঙ্কাৰী ··ভেনে, দুই তিনি মাহতে চুপচাপ বাইৰ ওচৰ চাপক—সকলো চিজিল। অৱশ্যে তাৰ আগতে বায়ে পানী ছুটেকেলিমান কাটি "পৰীখ্" কৰিব। এইটো বাইৰ ডাঙৰ গুণ। ইয়াৰ কাৰণে কত দূৰ দেশৰপৰা যে পৰ্জা আহে। অকাল প্ৰসৱ হলে ডাগদাৰ-ফাগদাৰ লগাই পইচা খৰচ কৰিব নালাগে আমাৰ বাই থকাত। আপুনি যদি মাল্‌থোচীয়ান থিঅ'ৰি পঢ়িছে বা নপঢ়াকৈয়ো পিণ্ডদাতা-দাত্ৰীৰ সংখ্যাই একৰ বোকোচাত শূন্যৰ বস্তালৈয়ো ক্ষান্ত হব খোজা নাই ( ঈশ্বৰে নকৰে যেন ) তেন্তে বাইৰ কাষ চাপক—এইবোৰ কাৰণেই বাইক বহুতে খাটিব কৰে। নিজৰ ঘৰ দুৱাৰ কেইডোখৰ মক্কেলসকলৰ হতুৱাই পইচা পাতি নভৰাকৈয়ে বায়ে ঠিক কৰাই লয়। ভাওনা, তিথি, সবাহ, বিয়া, বিহু আদি উছৰতে বাইৰ এজেন্সিৰ সাৰ্থকতা আহে। বায়ে লিখাপঢ়া নাজানে কিন্তু বামুণৰ বেদতকৈয়ো বাইৰ মুখত বেছি কথা আছে। বায়ে চোলোখ্ মাতিবও পাৰে। যেনে—"গিহতানি গিহতানি গিহমিহমিহতানি খং খবানি খবানি খদলক্।" কীৰ্ত্তনৰ পদ ঘোষা, মন্ত্ৰ, নাম, বিয়ানাম, বিহুনাম—বায়ে নেজানে কি ? বায়ে নোৱাৰে কি ??

গাৰ বৰণ ক'লা হলেও সেন্দুৰৰ ঠাইত ফাকুগুৰিৰ ফোটটোৱে এফালৰ ৰূপৰ কথা সোৰৰায়। বাইৰ ল'ৰাও এটা আছিল—; অপুত্ৰকা নহয়। চাৰি বছৰীয়াতে মাউৰক দূত পঠাইদি যম ৰজাই

তেওঁক লৈ গ'ল। কেওঁ কিছু নহলেও গঞা বাইজ থাকেমানে বাইৰ চিন্তা নাই—আজি ধৰি মৰি গলে শটো কোনাবা এটাই নি পেলাব। আগতে বায়ে ক'লা প্রসাদবো ভাগ লৈছিল। এতিয়াও গাব বিষ হলে কেতিয়াবা ভাঙৰ চেলেউ হোঁপে। বাইৰ মুখখন যেনিবা তামোলৰ খুন্দনাহে। ৰাতিপুৱা বুকুত মেথনি মাৰি কান্ধত জকাইখনলৈ বিললৈ মাছ মাৰিবলৈ গ'লেও মুখত এমোকোৰা আৰু কঁকালৰ মেটেলিত এমেটেলি তামোল থাকিবই। সেই সাজৰে বাই গোসাই ঈশ্বৰ আৰু কেইজনমান বুঢ়া মানুহৰ আগত নোলায়-সেয়া বাইৰ লাজ। বুঢ়াসকলে তেওঁক "নাইকিয়াৰ মাক" বুলি মাতে।

বায়ে বহুতো ডেকা-গাভৰুৰ মিলন কৰাইছে, বহুতো ডেকা-গাভৰুক মাক-বাপেক বা আন কোনোবা হিতাকাঙ্ক্ষীজনৰ কথা শুনি ভগাইছে, বহুতো কাজিয়া লাগি থকা গিৰিয়েক-ঘৈণীয়েকক মিলাই দিছে আৰু বহুতো শান্তিৰে থকা দম্পতিৰ মাজত কাজিয়াও লগাইছে ; কিন্তু বাইৰ তাত লাভ লোকচান একো নাই। ভৰ বয়সৰেপৰা মাথোন এটা ল'ৰা হোৱাৰ পিছৰে-পৰাই বায়ে আজি কুৰি বছৰে বাঁৰি ভাত খাই আহিছে। মঙ্গলী ( মঙ্গলতী ) বাইৰ মঙ্গলমতে হেবোৱা গৰুও বিচাৰি পোৱাৰ দৰেই, আপোনাৰ বাঞ্ছাফলো এনে বাইক বিচাৰি উলিয়াই জনালে অনতিপলমে পাব বুলি আশা কৰিলোঁ ; মাথোন তাৰ বাবে লাগিব অলপ ধৈৰ্য্য আৰু সহিষ্ণুতা।

# হাতীত উঠি পানীৰাম ঘৰলৈ যায়

( শান্তিদূত, ৩ জুলাই, ১৯৫৫ দেওবাৰে প্ৰকাশিত ; আকাশবাণী গুৱাহাটীৰ "ৰহঘৰাৰ" পৰা প্ৰচাৰিত ; ৰেডিঅ' শিশু সপ্তাহতো পঠিত )

তাহানি সৰু কালতে ইস্কুলত পঢ়িছিলোঁ—"হাতীত উঠি পানীৰাম ঘৰলৈ যায়, আলিবাটৰ মানুহে ঘূৰি ঘূৰি চায়।" তেতিয়াৰ দিনত হাতীত উঠিবলৈ পোৱাটো বৰ সৌভাগ্যৰ কথা বুলি ভাবিছিলোঁ। হাতী ডাঙৰ জন্তু—বলো বেছি ; সেই কাৰণেই জন্তুৰ ভিতৰত শকতো। যাৰ হাতী আছে তেওঁ ধনেও ডাঙৰ মানেও ডাঙৰ। সকলো ফালেই ডাঙৰ বুলি ৰই বই যোৱা খিয়াতি। পদূলি মুখত দুফালে দুটা হাতী বান্ধি থলে যমো বোলে সোমাবলৈ ভয় কৰে ; আন মানুহেও হাতীৰ গৃহস্থৰ ঘৰলৈ যাওঁতে খন্তেক টভক মাৰি গুণা গথঁা কৰিব লগাত পৰে।

ভাষাতত্বৰ বুৰঞ্জীয়ে আমাক দেখুৱায় যে হাতী শব্দটো অষ্ট্ৰিক ভাষাৰ। অষ্ট্ৰিক বিলাকে হাতীৰ ব্যৱহাৰ ভালদৰেই জানিছিল, সেই কাৰণেই সেই যুগৰ সভ্যতাক হাতীৰ সভ্যতা ( Elephant Civilisation ) বুলি পণ্ডিতসকলে নামকৰণ কৰিছে। গধুৰ বস্তু কঢ়িয়াবলৈ, যুঁজৰ সময়ত শত্ৰুৰ লগত ভেট হবলৈ, উৎসৱত আৰু চিকাৰৰ সময়ত হাতীৰ প্ৰয়োজন।

মুঠতে "উৎসৱে ব্যচনেশ্চৈৰ হুৰ্ভিক্ষে ৰাষ্ট্ৰবিপ্লৱে। ৰাজদ্বাৰে শ্মশানে চ" থাকি হাতীয়ে বান্ধৱৰ কাম কৰিছিল।

হাতীৰ লগত অষ্ট্ৰিকবিলাকৰ সম্বন্ধ বৰ বেছি আছিল কাৰণে অষ্ট্ৰিক গোষ্ঠীৰ বংশধৰ খাচীয়া, মুণ্ডা, কোল, চাওতাল, আদি জাতিৰ আজিও হাতীৰ লগত কাৰবাৰ আছে। ভাষাতত্বই আমাক আৰু দেখুৱায় যে অষ্ট্ৰিক ভাষাৰ বহুত শব্দ আহি অসমীয়া ভাষাত সোমাই নিভাঁজ অসমীয়া হৈ পৰিছে। সেই কাৰণেই হাতী শব্দটোৰ লগত অসমীয়াবো প্ৰাণৰ পৰিচয় ঘটিছে। সেইহে শকত-আৱত মানুহ এজন দেখিলে হাতী, মূৰটো ডাঙৰ হলে হাতীমূৰীয়া, প্ৰেয়সীৰ কলাফুলৰ তুলনা দিবলৈ হাতীৰ শুৰ ডাল, মৰমৰ জনক ৰিজাবলৈ হাতী পোৱালিটো, লৰা-ছোৱালী তুলিবৰ হলে হাতীৰ পেটেৰে খুউৱাৰ উপমা দিবলৈ আমাক হাতীৰ আৱশ্যক হয়। উপকথা বা আখ্যান লিখিবলৈ অসৎ মানুহ এজনক গুণ্ডা হাতীৰ লগত তুলনা দিওঁ; ন-কইনাৰ খোজক বোলোঁ মৰাল বধু বা গজেন্দ্ৰ গমন। "তাক এৰি সুন্দৰীক খেদন্ত হুনাই; যেন মত্ত হস্তী হস্তিনীক খেদি যায়।" "যেন যুথপক নেদেখি বনে; কান্দে আৰ্ত্তৰাৱে হস্তিনী গণে।" "মত্ত গজ গামিনী কামিনী মাই" শঙ্কৰ গুৰুৱেও লিখিলে অনেক—হাতীৰ উপমা দি। বীৰ পুৰুষক বোলো গজেন্দ্ৰ পুৰুষ। কথাই কথাই ফকৰা-যোজনা মতা অসমীয়া মানুহে বৰ ধনী মানুহকো হাতী ধনী বুলিহে আখ্যা দিয়ে। ডাঙৰ হলোঁ; বুৰঞ্জীয়ে আমাক বহুত কথা দেখুৱালে। ভগদত্তই কুৰুক্ষেত্ৰ সমৰত



হাতীৰ উঠি ৰণ কৰাৰ কথা ক'লে, আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণত পুৰুৰ হাতী নিজ সৈন্যৰ ওপৰত পৰাৰ কথা পালোঁ, কীৰ্ত্তনৰ গজেন্দ্ৰোপাখ্যানত গ্ৰাহ গজেন্দ্ৰৰ কথা শিকিলোঁ, চীন শ্যামত শুকুলা হাতী ওলাল, চন্দ্ৰকান্ত সিংহৰ দিনত বিখ্যাত সেন্দুৰী হাতীৰ কথাও পঢ়িলোঁ, দেশভক্ত ফুকনে হাতীত উঠি বাঘৰ লগত "যুদ্ধং দেহি" সাজেৰে সমুখি হোৱাৰ কথাও পালোঁ, কাজিৰঙা চাবলৈ "আকবৰ"ত উঠাৰ সপোন দেখিলোঁ। গতিকে দেখা গ'ল—হাতীৰ লগতচোন আমাৰ সম্পৰ্ক বৰ গাঢ়।

কিন্তু কথা হ'ল—পৃথিবীখন চক্ৰৱৎ পৰিৱৰ্ত্তন্তে। আজিৰ যুগ যন্ত্ৰৰ যুগ, বিজ্ঞানৰ যুগ, মটৰৰ যুগ। সেই কাৰণে এটা পানীৰামহে নালাগে হেজাৰ পানীৰাম হাতীত উঠি গলেও আলিবাটৰ কৰ্ম্মব্যস্ত মানুহে মূৰ তুলি নাচায়। কিন্তু আধুনিক বা যান্ত্ৰিক পানীৰামবোৰ মটৰত উঠি গলে অনিচ্ছাস্বত্তেও সকলোৱে একোবাৰ চাবই চাব। হাতীয়ে মাটি খালে আজিৰ আধুনিক পানীৰামে নহৰু বিচাৰি হাবাথুৰি খাব নালাগে, বৰং পেট্ৰল কিনিবলৈ পৰিবাৰৰ ডিঙিৰ হাৰ ডাল নহলেও ধনৰ টোপোলা এটা যোগাৰ কৰিব লাগে। দৰৱত দিবলৈ হাতীৰ নেজৰ নোম এডাল গাৰ বলেৰে উঘালি আনিব নালাগে। সুবিধা পালে লোকৰ মটৰত, তৎ অভাৱত ভাৰাতীয়া টেক্সি বা চিটি বাচত ডাক্তৰৰ ওচৰলৈ অহাযোৱা কৰাৰ যা-যোগাৰ কৰিব লাগে।

হাতীৰ বিষয়ে অকল ইমানেই জানো? আগৰ দিনৰ পানীৰামবোৰে অকল হাতাৰ ওপৰত উঠি গা ঘেলায়েই ফুৰা

নাছিল, হাতীৰ নৰিয়া-পাতি হলে চিকিৎসা কৰিবলৈ আৰু লক্ষণ আদি নিৰ্ণয় কৰিবলৈ "হস্তীবিদ্যাৰ্ণৱ" পুথিও লিখিছিল। আজিকালি অৰণ্যে মটৰ ৰ্‌ৰ্কচপে এই কাৰ্য্য দক্ষতাৰে সম্পাদন কৰিছে।

যন্ত্ৰৰ লগত যুঁজি যুঁজি ভাগৰ লাগি হতাশ হৈ হাতীৰ বংশ যেন দিনে দিনে টুটি যাব লাগিছে। পঞ্চম জৰ্জৰ ৰূপৰ টকাটোৱে হাতী পোৱালি এটা পোহ দিছিল; আমাৰ প্ৰধান মন্ত্ৰীয়ে আকৌ বিদেশলৈ হাতী পোৱালিহে উপহাৰ পঠায়। আজিকালিৰ পানীৰামবোৰে "লেধা, বেগাই যাব নোৱাৰে, ভালকৈ বহিব নোৱাৰে, পুৰণি জীনে নতুন তপিনা বন্দা বখলা কৰে" আদি এবুৰি-এঅঁৰা বদনাম দি হাতীত উঠিবলৈ এৰি দিছে। ল'ৰা-ছোৱালীবোৰেও "হাতীত উঠি পানীৰাম ঘৰলৈ যায়, আলি বাটৰ মানুহে ঘূৰি ঘূৰি চায়" বুলিবলৈ এৰি দি "মটৰ ঔ মটৰ, ঘটৰ-মটৰ" বুলিহে পাঠ আৰম্ভ কৰা হৈছে। সেই কাৰণেই যেন কাজিৰঙাত, দক্ষিণ ভাৰতত আৰু আফ্ৰিকাৰ জোপ-জঙ্ঘলৰ মাজত বেচেৰা বাপুহঁতে মন মাৰি ফুৰিছে; পানীৰাম হওঁ যেন কোনো উঠোঁতা নাই সিহঁতৰ পিঠিত। তথাপিও, উঠোঁতা কোনো নোলালেও গজৰাজ বা গপৰাজ সদায় গজৰাজেই। হাতী হাতীয়েই সি আৰু কিবা মাখি হবনে?

ৰচনা—১৯৫৩
গুৱাহাটী

# পাগলৰ শ্ৰীচৰণেষু

( শান্তিদূত, ২৭ ফেব্ৰুৱাৰী, ১৯৫৫ ; দেওবাৰ )

তাহানি পাচনী আতৈক পাগল বুলি জোকোৱা আমাৰ বিনিকি মনত পৰে। পাগল বুলি ক'লেই তেওঁ লাখুটি জোকাৰি শিশুপাল খেদা লয় আৰু আমি ভিৰাই ধৰি লৰ মাৰোঁ। আতৈয়ে ঘোষা-কীৰ্ত্তনৰ পদ মুখস্থ মাতে, গীত গায় আৰু অকলে অকলে চাপৰি বজাই নাচে। কেতিয়াবা হাঁহে, কেতিয়াবা কান্দে। দেউতা আইতাহঁতে কোৱা শুনিলোঁ—আতৈ কেনে কৃষ্ণ প্ৰেমত ব্যাকুল বা পাগল। পাগল শব্দটো শুনি আমি ল'ৰাবোৰৰ মনত এটা ভাৱ হৈছিল—কি পাগল, কাকনো পাগল বোলে? ডাঙৰ হৈ বুজিলোঁ—হেড অফিচৰ অলপ গণ্ডগোল হলেই অৰ্থাৎ শীৰ্ষ স্থানত অলপ ইৰিক বিৰিক ঘটিলেই তেওঁকে…।

পাগল শব্দটো কেতিয়া কোনে কিয় আৰু কি সূত্ৰে আবিষ্কাৰকৰ হেড অফিচত গণ্ডগোল যে হোৱা নাছিল, সেই বিষয়ে আমি নিশ্চিত। পাগল শব্দৰে সম্পূৰক নহলেও পৰিপূৰক শব্দ এটা হৈছে 'নট'। শব্দটোৰ ব্যাপ্তি আৰু পৰিসৰ বৰ বেছি প্ৰশস্ত নহয় যদিও পাগল শব্দৰে মাৰ্জিত আৰু নগৰীয়া পকেট সংস্কৰণ বুলি ক'ব পাৰি। নট শব্দটোৰ মূল, ব্যাপ্তি আৰু বৰ্দ্ধনো সেইদৰে বিচাৰি পাবলৈ নাই। শব্দতাত্ত্বিকসকলে আগলৈ সুবিধা পালে ভাষাৰ হাবি-জঙ্ঘলত

বিচাৰি শব্দটোৰ গবেষণা কৰিব পাৰে। নট শব্দটো ক'ত জগিল, কোন ভাষা মাতৃয়ে তুলি-তালি ডাঙৰ-দীঘল কৰিলে ই আমাৰ অগম্য আৰু যদিও এটা কথা অনুমান কৰিব পাৰি যে ই এটা ফিৰিঙ্গি শব্দ অৰ্থাৎ বিলাতী উচ্চাৰণ আৰু দেশী ভাব প্ৰকাশক এক ডমিচাইল্ড বস্তু। যি হওক, ভাষাতাত্ত্বিকলৈ বিয়টো এৰি আমি আচল কথালৈ আহোঁ।

ভাবি গুণি দেখিছোঁ—পাগলক তিনি ভাগত ভগাব পাৰি। এভাগ ভাবে পাগল, আনভাগ অভাৱে পাগল আৰু শেষৰ ভাগ স্বভাৱে পাগল। ভাবে পাগল হ'ল—কবি, দাৰ্শনিক, ভক্ত, সাহিত্যিকসকল। তেওঁলোকৰ পাগলামিটো হ'ল—a short of divine madness. আমাৰ পাচনী আতৈ এই শ্ৰেণীৰ। মীৰাবাঈ, তুলসীদাস, ডাণ্টে আদি এই পৰ্য্যায়ৰ। Lunatic the lover and the poet বুলি বোধহয় সেই কাৰণেই কোৱা হয়। এওঁলোকক ভাবেই গিলি থয়; ভাব ৰাজ্য এখনতে এওঁলোক ওপঙি ফুৰে। মাটিৰ পৃথিবীৰ লগত এওঁলোকৰ সম্পৰ্ক বৰ কম। তৈলঙ্গস্বামী, বিল্বমঙ্গল আদি এই শ্ৰেণীৰ পেচেঞ্জাৰ; ই যেনিবা asylmৰ আপাৰ ক্লাচ, ইয়াত ভীৰ কম আৰু সৰ্ব্বসাধাৰণৰ এই স্তৰলৈ প্ৰবেশ নিষেধ।

ইয়াৰ পিছত আহিল অভাৱে পাগল। এই শ্ৰেণীৰ সংখ্যা জাতকৈ তাকৰ বুলি ক'ব নোৱাৰি। চেৰাবলিয়া বিলাককো এই বিভাগৰ অন্তভুৰ্ক্ত কৰিব পাৰি। উদয়, ভুঞা, মানুহ, মেধিয়নী ইয়াৰ ভিতৰুৱা। ধন, জন, মন কিবা এটিৰ অভাৱত



এওঁলোকৰ এনে দশা হয়। 'ক' নামৰ কোনোবা গাভৰুক 'খ' নামৰ কোনো ডেকাই ভাল পালে, 'গ'ই দুদিনমান আঁতৰে আঁতৰে আলেখ লেখ চালে, কিন্তু 'ঘ'ই 'ক'ক বিয়া কৰাই ঘৰিণী কৰি লোৱাত 'খ'ই ভোবোলা ছাগলীৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব পৰা একোচা দাড়ি ৰাখিলে, দুদিনমান থৰক বৰক খোজেৰে আলিবাটত ইগিল-টিগিল কৰিলে, চাৰিদিনমান খোৱা-শোৱাৰ ঘৰত মাইনাচ চিন পৰিল। মানুহে বুবু-বাবা কৰিব—এওঁৰ মগজৰ অলপ গণ্ডগোল হ'ল বুলি। এইবিধ হয় মনৰ অভাৱত। ধনৰ অভাৱত হোৱা এবিধ আছে। ধৰক শ্ৰীমান ৰাতিয়া বেল গাৰীত উঠিল, বপুৰাৰ পইচাও নাই—টিকিটো নাস্তি। তেনে স্থলত টিকট চাবলৈ কোনোবা আহিলে বেচেৰাই পাগলৰ ভাও নধৰিলেনো কেনেকৈ সাৰিব ?

কেতিয়াবা অৱস্থায়ো মানুহক পাগল হবলৈ বাধ্য কৰে। মানুহ অৱস্থাৰ দাস। বিধৱা জননীৰ একেটি মাথোন 'পো'ৱে যেতিয়া মাকক কন্দুৱাই কলপ কাটে, বা নৰলীলাৰ সামৰণি মাৰে, তেতিয়া সেইজনা মাতৃয়ে পোকত পাগল নোহোৱাকৈ কেনেকৈ থাকিব পাৰিব ?

বছৰ চেৰেকৰ আগতে মই এটা অদ্ভুত পাগল লগ পাইছিলোঁ ঃ মোৰ সেইদিনাৰ ভয়ঙ্কৰ অভিজ্ঞতাৰ কথা মনত পৰিলে আজিও ভয় খাওঁ—গাৰ নোম থিয় হৈ উঠে। বাটেদি চাইকেলত উঠি যাওতে চকুত পৰিল মানুহ এটাই বৰ ডাঙৰ কঠাল এটা গামোছা এখনেৰে পেটত বান্ধি লৈছে আৰু তাৰ

কাঁইটে বিন্ধাত বাটে বাটে কান্দি গৈছে। মই তাক দেখি তভক্ খাই ৰলোঁ। সুস্থ মনৰ মানুহ বুলি ধাৰণা নহ'ল যদিও তাৰ ওচৰ চাপিলোঁ। সি মাজ আলিটোতে কঠালটো থৈ বিক্রমাদিত্য বহাদি তাৰ ওপৰত বহিল আৰু মোক ওচৰলৈ যোৱা দেখি ক্রিয়া-বিশেষণেৰেই আৰম্ভ কৰিলে। নেপথ্যোক্তি শেষ হোৱাত মোৰ ফালে চাই ক'লে—"গো অৰ্থই গৰু আৰু গৰু অৰ্থই গাধোৱা।" মই কথাষাৰৰ মাথা-মুণ্ড একো বুজি নোপোৱাত সি মোক কলে—এইটি হেনো ডাঙৰ গূঢ়াৰ্থ। অলপ পাছত সি নিজৰূপ ধাৰণ কৰিলে। ৰণচালি ধৰি মোৰ ফালে চাই চিঞৰিলে—"আপুনিয়েই সেই মণ্ডল জন নহয়নে, মোৰ বেঙ্কৰ টকা চাৰি হেজাৰ নিলে? মই কি উত্তৰ দিম ভাবি পোৱাৰ আগতেই মোৰ ফালে যিটিহে চোঁচা ল'লে,—মই একে কোবেই ভাগলপুৰ, অৰ্থাৎ ভাগি পলাইহে সাৰিলোঁ। তেওঁৰ মূৰ্ত্তি দেখিয়েই মোৰ চুৰ্ত্তি হেৰাইছিল। লগ পোৱা হ'লে মোক কিজানি দকচি পেলালেহেঁতেন। তথাপিও কঠালটো মোৰ গালৈ দলি মাৰি দিছিল, ভাগ্যে গাত নপৰিল। সপোন দেশৰ ৰাজকোঁৱৰ সাধুকথাৰ দৈত্য দানৱৰ ৰাজ্যৰপৰা পলোৱাৰ দৰে ময়ো বীৰদৰ্পে পোন্ধ সামৰি গুলিটো অহাদি চাইকেল লৈ আহি "যঃ পলায়তি স জীৱতি" নীতিবচন ফাকিৰ সন্মান ৰাখিলোঁ।

তৃতীয়বিধ বৰ বিপদজনক। চিমলাল এই শ্রেণীৰ। স্বভাৱেই গণ্ডগোলীয়া। কথাৰ লগত কাৰ্য্যৰ, সময়ৰ লগত



অৱস্থাৰ, তেওঁলোকে বৰ বেছি ধাৰ নাধাৰে। "হাতীকা দাঁত খুচিকা বাত—মাফিক" তেওঁলোক চলিব খোজে। আমাৰ দিল্লীশ্বৰ মহম্মদবীন টুঘলক্, ইংল্যাণ্ডৰাজ জ'ন এই শাৰীৰ, এই শ্ৰেণীৰ। তিনিবিধ পাগলৰ ভিতৰত এই বিধৰ শ্রেণীটোলৈ যাৰে তাৰে বাবে দ্বাৰ উন্মুক্ত নহয়। কম্‌পিটেটিভ বেচিচত লোৱা পৰীক্ষাৰ অন্তত আমাৰ বগী নেপালী বৰ্ত্তমান এই শ্রেণীলৈ উত্তীর্ণ হৈছে। সৰ্ব্বসাধাৰণৰ ফ্রি-পাচ এইখন গেটলৈ বন্ধ। তাৰ কাৰণে বিশেষ গুণ লাগিব। এই শ্রেণীৰ পাগলৰ-পৰা হাঁহি কৌতুকৰ খোৰাক ওলায় যিমান, দুখ আৰু অনুতাপো পোৱা যায় সেই পৰিমাণেই। সৰু ল'ৰা এটাই পাগল এটা দেখিলে যেনেকৈ হাঁহিব, দীঘল-ডাঙৰ এজনে পাগলৰ দুৰৱস্থাৰ কাৰণে বেজাৰো কৰিব তেনেকৈ। এই স্বভাৱে-পাগল বিধ তৰ চেঙেলীৰ দৰে পাতল। এওঁলোক ক্ষণে ৰুষ্ট, ক্ষণে তুষ্ট। এওঁলোক কেতিয়া খুচ মেজাজ লৈ কাৰ ওপৰত ৰাজী আৰু বদ মেজাজলৈ কেতিয়া কাৰ ওপৰত নাৰাজ হয়, বুজিবলৈ মস্কিল।

এইটো গ'ল এনালেটিক জাজ্‌মেণ্ট। ইয়াৰ মিক্‌চ্‌ড টাইপ আৰু চাব টাইপো আছে। ইয়াৰ বাহিৰেও চিন্‌থেটিক এটা আছে। মনস্তাত্বিক পণ্ডিত ফ্রয়েড, টিক্নাৰ, ষ্টাউট্, জেমচ্, মেকডাউগেল, উদৱৰ্থ আদিয়ে অৱশ্যে কি কয় নাজানো। তথাপি পাগলক আৰু দুটা ভগাত ভাগৰ খুজিছোঁ—যদিও মই মনস্তাত্বিক, চাইকী আৰ্টিষ্ট নহওঁ। সেয়া হৈছে এবিধ চৰকাৰী

পাগল, আনবিধ বেচৰকাৰী পাগল ; বা এবিধ নিউৰ'টিক, অনাবিধ চাইক'টিক। চাইক'টিক বা চৰকাৰী পাগল বিধৰ আৱাস—তেজপুৰ আৰু ৰাঁচীত। চিৰিয়াখানাৰ জন্তু চোৱাদি অলপ সহানুভূতি, আধা কৌতুক আৰু সৰহভাগ আমোদৰ আহিলা পাম বুলিয়েই মানুহে পাগলবোৰ চায়গৈ। বেচৰকাৰী পাগলবোৰে কিন্তু ঘৰে-দুৱাৰে, বাটে পদূলিয়ে বিচৰণ কৰিয়েই মানুহৰ সহানুভূতি আৰু আমোদৰ বৰঙনি যোগায়। তেওঁলোকৰ কিছুমান হয় তেজপুৰ-ৰাঁচীলৈ যাবৰ বয়স হোৱা নাই, নহয় তেওঁলোকৰ যোৱাৰ আশা নাই। আৰু একশ্ৰেণীৰ পাগল এই চৰকাৰী আৰু বেচৰকাৰী পাগলৰ মাজতে ওলোমা বাদুলি দি আছে। সেইবিধক শব্দটোৰ আচল অৰ্থত পাগল বুলিব নোৱাৰি। তেওঁলোক বলিয়া ; অহো বলিয়া।

তেজপুৰৰ জেলৰ ভিতৰত এবাৰ সোমাইছিলোঁ,—কম্‌পিটেটিভ বেচিচত নহয় আৰু' দেই। ওৱাৰ্ডাৰৰ হাক বচন নুশুনি বিপদজনক স্পেচিয়েল ৱাৰ্ডটো চাবলৈ জেইলাৰৰ অনুমতি লৈ গৈ ভুমুকি মাৰিছিলোঁ আৰু মাৰাত্মক পাগল এটাৰ লগত মুলাকত হৈ কথা পাতিলোঁ। এটা পাগলৰ লগত কথা পাতি মোৰ ভাৱ হৈছিল—জেলখানাৰ বাহিৰৰ জগতখন পাগলনে জেলৰ ভিতৰৰ জগতখনেই প্ৰকৃত পাগলৰ জগত। পাগল সি নে মই ?

এতিয়া দেখিছো সিও পাগল, ময়ো পাগল—পৃথিবীৰ সকলো মানুহেই পাগল। ধনী ধনৰ পাগল, দুখীয়া দুখত



পাগল, কবি কবিতাত পাগল, সঙ্গীতজ্ঞ সঙ্গীতত পাগল, সাহিত্যিক সাহিত্যত পাগল, ভক্ত ভগৱানত পাগল, প্ৰেমিক প্ৰেমত পাগল, বেপাৰী বেপাৰত পাগল, মদাহী মদত পাগল, পাগল পগলামিত পাগল, ছাত্ৰ অধ্যয়নত পাগল। বালিচাঁহীৰ-পৰা "গজহস্তী" লৈকে সকলোৱেই কিবা এটা নহয় এটা নিচাত আত্মহাৰা আপোনভোলা, ইয়েই পাগলামি।

পৃথিবী বুঢ়া হৈ অহাৰ লগে লগে, মানুহে সভ্যতাৰ ওখ জখলাত বগাবলৈ লোৱাৰ লগে লগে পাগলৰ সংখ্যাও যেন দিনে দিনে বাঢ়ি আহিছে। পাগলৰ এই ক্ৰমবৰ্দ্ধমান সংখ্যালৈ চাই ভয় হৈছে অদূৰ ভৱিষ্যতত হয়তো পাগলে এদিন প্ৰমাণ কৰিব ........."সবাৰ উপৰে পাগল সত্য তাহাৰ উপৰে নাই।"

ৰচনা
গুৱাহাটী
১৯৫৪।

# নিষিদ্ধ কথা

( শান্তিদূত, জুলাই, ১৯৫৬ )

আমাৰ কালফুৰা সঁফুৰা আৰু বেকামুৰাক আপুনি চিনি নাপায়। এৰা পাবনো কেনেকৈ ?—তেওঁলোকতো এতিয়া আপোনৰ-মোৰ নিচিনা সামাইন মানুহ নহয়। তেওঁলোক এতিয়া ডাঙৰ মানুহ, ভব্য-গব্য মানুহ। "হৈছে ডাঙৰীয়া" "ভাল, এখেতৰ কিৰ্‌পা হলে" আদি নোবোলাকৈ আপুনি কালফুৰা সঁফুৰাৰ আগত থিয় হব পাৰিবনে ? কালফুৰা বা সঁফুৰা এফালে ওলাই গলে আপুনি কলৈ যায় বুলি কৈ ৰাইখ্‌ পাবনে ? সেইহে কৈছোঁ আপুনি চিনি নাপায়।

কালফুৰা আৰু সঁফুৰাৰ বেলেগ দুটা নামো আছে সেই নাম দুটাৰে ভদ্ৰ পৰিবেশত পৰিচিত। কালফুৰা আৰু সঁফুৰা তেওঁলোকৰ ছদ্মনাম বা উপনাম। সেইবুলি বধ দিছোঁ—আপুনি আৰু তেনেকৈ নামাতিব। মাতিলে আপুনি অকালতে ধৰা ধামত চিৰকাললৈ নহলেও খন্তেকলৈ শয়ন কৰিব লাগিব। মই জীৱনত এবাৰ মুঠেই কালফুৰাক কালফুৰা আৰু সঁফুৰাক সঁফুৰা বুলি তেওঁলোকৰ স্বনামত চতুৰ্থী বিভক্তি যোগ কৰাত মোৰ যিটিহে হ'ল সম্বোধনে চতুৰ্থী কৰিবলৈহে পালোঁ।—শোধেই নহল হাতত থকা কলমৰ চুঙাৰে মোৰ কপালত পোনেই দিলে সোধাই। আপোনাকনো কি ক'ম। গোনা মহে শিঙামাটি লৈ



শিঙত মাটি লগাই অনাৰ দৰে অষ্টমীৰ ছাগে সেন্দূৰ ফোঁট পিন্ধাৰ দৰে, ময়ো নিজৰ ৰক্তেৰেই পৰাজয়ৰ ৰক্ততিলক লৈ কান্দি কান্দি ঘৰ পাইছিলোঁহি—সেইদিনা।

তেওঁলোকৰ জগৎ বিখ্যাত নাম দুটা মই ফাচ কৰি দিয়া বুলিও নকৰ আকৌ।—কলে আপোনাক পাতকে চুৰ বুইছেনে। আপোনাক ভিতৰ বিশ্বাসতহে কলোঁ। কালফুৰা আৰু সঁফুৰাৰ কাহিনী দুটামান কাঁহিলি কাঁহিলি মনত পৰে। আপুনি কাকো নকও বুলি ন-দি ক'ব পাৰে যদি দুআষাৰমান কম বুলি মই কথা দিছোঁ আপুনি শুনিব পাৰে।

কালফুৰা আৰু সঁফুৰা সহোদৰ। কালফুৰা অগ্ৰজ সঁফুৰা অনুজ। এই জয় বিজয়ৰ অজয় কীৰ্ত্তি দেখি চুবুৰিয়াই নাম দিলে টং। অঘাই দেউতাকে মৰমতে এটিৰ নাম দিলে কাণকাটা আনটিক নাম দিলে চোৰ। আইতাকে শুৱলা ভাষাৰে ডাঙৰটিক কেৰ্কেটুৱা সৰুটিক বুলিলে নেউল। ককাদেউতাকে তামোলৰ বটাটোত খুন্দি খোৱা চিনৰ গুৱা ভাগ নেপাই আৰু এদিন নাক ডকাই দুপৰীয়া শুই থাকোঁতে মনে মনে ধপাতৰ ঠাৰি নাকৰ বিন্ধাত সুমাই দি লৰ মৰাৰ উমান পাই এটিৰ নাম থলে বান্দৰ আনটিক বুলিলে শিয়াল। তেওঁলোক দুজন সিদ্ধৰ কিন্তু তালৈ বৰ বেছি ভ্ৰুক্ষেপ নাই। ডাঙৰ দাদাকৰ দৃষ্টিকোণ অৱশ্যে অলপ বেলেগ আছিল দেই ; তেওঁৰ মতে ডাঙৰটি কালফুৰা সৰুটি সঁফুৰা। আমি গম পোৱাত তেওঁ এইটিও থেমতা দিছিল যে উপযুক্ত নাম দুটা তেৰাসকলৰ পচন্দ হ'লে শূকৰ আৰু

মেচেকা এই নাম দুটাৰেও তেওঁলোকে নিজক অভিষিক্ত কৰিব পাৰে।

বাৰিষা কালত এদিন আবেলি এই দুই সিদ্ধই এক আচৰিত কাণ্ড কৰিলে। হঠাৎ সেইদিনা সেই সঁময়ত হুৰ হুৰাই বৰষুণ আনিলে। বৰষুণ আনিলেও আনিলে, দেউতাক ঘৰত নথকা সময়তেই আনিলে। আইতাকে ৰান্ধনি ঘৰত গাখীৰ গৰম কৰি আছিল। কালফুৰা সফুৰাৰ মহা স্ফূৰ্ত্তি—দুয়োটাই নাওৰাইদি কুৰকুৰাই পানী পৰা চাবলৈ বাৰাণ্ডালৈ আহিল, আৰু নামি গৈ বৰষুণত নিতিতাকৈ পানীত থেপথেপাবলৈ লাগিল। হঠাৎ কৰবাৰ পৰা এক ভেকৰূপী ভগবানে ধৰিত্ৰীক ধাৰণ কৰিবলৈ এৰি দুয়োৰো মাজত সোঁশৰীৰে আবিৰ্ভাৱ হলহি আৰু যেন তিলোত্তমাৰূপী সেই ভেক সুন্দৰীয়ে সেই সুন্দ-উপসুন্দ যুগলক মহা অৰণ্যৰূপী চিন্তা সমুদ্ৰত মেলি দি তৎক্ষণাৎ অন্তৰ্দ্ধান হ'ল।

সঁফুৰাই লৰালৰিকৈ ভিতৰলৈ গৈ মাছকটা দীঘল দা এখন আনি ভেকুলীৰ শিৰচ্ছেদ কৰিবলৈ প্ৰস্তুত হ'ল। কালফুৰাৰ মনত এটা দুষ্ট বুদ্ধি খেলালে। সোঁ ভৰিৰ বাকী আঙুলি কেইটা পানীৰ মাজত লুকুৱাই থৈ বুঢ়া আঙুলিৰ মূৰটো আগলৈ ডাঙি দি "এইটো এইটো" কৈ চিঞৰিবলৈ ধৰিলে। সঁফুৰাই পোন-চাটেই বুজিছেনে—দিলে এক মস্ত ঘাপ। ফলত বুঢ়া আঙুলি দুফাল হ'ল আৰু কালফুৰা লুটি খাই পৰিল। সঁফুৰা বা নেউলে দাখন পেলাই ভিৰাই ধৰি মাৰিলে লৰ। চিঞৰ শুনি মাক আহি পোৱাতহে সেই যাত্ৰা ৰক্ষা। এয়া গ'ল কালফুৰাৰ কাণ্ড।



ইয়াৰ পিছত সঁফুৰাৰ কাৰ্য্যলৈ আহোঁ। সঁফুৰাৰ একান্ত ইচ্ছা আৰু কালফুৰাৰ অনিচ্ছাত তেওঁলোকৰ মাজত এক বান্দৰ পোৱালিয়ে অনুপ্ৰবেশ কৰিলে। ডাঙৰ দাদাকৰ আঁৰে আঁৰে বান্দৰ পোৱালিৰো পৰিবৰ্দ্ধন আৰু পৰিতোষণ হ'ল। এদিন হঠাৎ সঁফুৰাই অনুধাৱন কৰিলে যে বান্দৰ পোৱালিটোৰ ঠেঙত শিকলিৰ ঘহঁনি লাগি লাগি ঘা হৈছে। কালফুৰাৰ বুদ্ধি মতে বান্দৰৰ ঘাডোখৰ সোনকালে ভাল হবৰ কাৰণে ফেনাইল, ডেটল আৰু কেৰাচিনৰ ত্ৰিবেণী সঙ্গমত বান্দৰৰ ঠেং অৱগাহন কৰোৱা হ'ল। চিঞৰত বান্দৰে গছৰ পাত সৰাব খুজিলে। পাছদিনা বান্দৰৰ ঠেং উখহি পৰিল। কালফুৰা সঁফুৰাৰ সন্মিলিত শক্তিৰে তাৰ আৰোগ্যাৰ্থে দুটা এম. বি. পিল মুখ ফালি খুৱাই দিয়াৰ ব্যৱস্থা কৰিলে আৰু তাৰ গেলা যা টুকুৰা শুকাই আৰোগ্য হবৰ কাৰণে লোহা এটুকুৰা গৰম কৰি ঘা টুকুৰাত লগাই দিয়াৰ দিহা কৰিলে।

বেচেৰা বান্দৰ পোৱালিয়ে তিনি ভুৱন দেখিলে। মৰোঁ-সোঁ-অধিকৈ ৰচা চিঙি সি গৈ অকলশৰীয়া তামোল গছ এজোপাত উঠিল গৈ। কালফুৰা সঁফুৰাৰ জয়দেউ কাকূতিকো অগ্ৰাহ্য কৰি বেচেৰা বান্দৰ ৰামে ৰাম নাম গাই ঘা টুকুৰাৰ ভক্ ভকনিটোকে লৈ পুৰা বেলাটো তামোল গছৰ ওপৰতে কটালে।

কালফুৰা সঁফুৰাই বান্দৰ নমাবলৈ আপ্ৰাণ চেষ্টা কৰিলে কিন্তু বান্দৰে তেওঁলোকৰ আশাৰ মূৰত চেচাঁ পানী নহয়,

কুহুমীয়া গৰম সিবিধ পানীকে এৰিলে। খণ্ডত কাল ফুৰাই তামোল গছ কাটিবলৈকে ওলাল, কিন্তু গছ কাটি দেউতাকক কি কৈফিয়ৎ দিব? বান্দৰ পোৱালিয়ে তেওঁলোক দুই সিদ্ধৰ আহ্বানকে অকল অগ্ৰাহ্য কৰা নাই; তেওঁলোকৰ গাত ক্ষুদ্ৰ শৌচ কৰি অপমানো কৰিছে। গতিকে দীঘল হাকুটি এডালেৰে তাক তলৰপৰা দুটামান কুচিয়া খোঁচ দিয়া দৰ্কাৰ। তথাপিও যদি কাটি-কুটা নকৰে, তেন্তে সেই হাকুটিডালৰ মূৰত জুই বান্ধি তাক অপসৰণ কৰিবলৈ চেষ্টা কৰা হব। কথা অনুসৰি কাম হ'ল। ফটাকানিত বন্ধা জুয়ে বান্দৰৰ পিঠি পুৰিলে; সি তামোল গছত বাগী দি আত্মৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। ফলত ডাঁৰত বন্ধা জুয়ে তামোলৰ পাত লেৰেলালে; ঘৰত যেনিবা কথমপিহে জুই নেলাগিল।

বান্দৰ পোৱালিৰ অভিশাপ বা চুবুৰীয়া বাপুৰামৰ খলত দেউতাকে দুয়ো সিদ্ধকে ধৰি ডবাপিটা দিলে—বেত্ৰাঘাত কৰিলে। তেওঁলোকৰ প্ৰেষ্টিজ এনেকৈ 'লচ' কৰোৱাত বান্দৰ পোৱালিক খুন কৰিবলৈ তেওঁলোকে আলচিলে, কিন্তু—বেচেৰাই ইণ্ডি-পেণ্ডেঞ্চ ডিক্লেয়াৰ কৰি ৰাতিয়েই প্ৰস্থান কৰিলে। ইয়াৰ ফলত কালফুৰা সঁফুৰাই বহুত দিন মনৰ দুখেৰে কাল কটালে।

তেওঁলোকৰ আন্ধাৰ মুখ পোহৰাবলৈ তেওঁলোকৰ মাজলৈ এক বেকামুৰা আহিল। মানুহে কোৱা শুনো কালফুৰাৰ ৰবমিল। বৰ দোস্ত—তেওঁলোক তিনি সিদ্ধৰ। ঠিক যেন এটম ব'মৰ আল্‌ফা, বিটা, গামা; বিশ্বশক্তি নিয়ন্ত্ৰণৰ ব্ৰহ্মা বিষ্ণু



ৰুদ্ৰ; প্ৰকৃতিৰ সত্ব ৰজ তম নহলেও জ্যামিতিৰ এ, বি, চি। এৰা, থেচিচি, চিন থেচিচ আৰু এন্টি থেচিচ। যেন তিনি ৰৰমূৰীয়া। কালফুৰা, সঁফুৰা আৰু বেকামুৰা এই তিনিসিদ্ধ একেলগে গোট খালে ত্ৰিফলা হয়। আয়ুৰ্ব্বেদিক ত্ৰিফলাৰ গুণতকৈ এই ত্ৰিফলাৰ বিগুণ এখোপ চৰা! এদিন তিনি বৰ মূৰিয়াই সিদ্ধান্ত কৰিলে যে ভাটৌ এটা তেওঁলোকৰ একান্ত দৰ্কাৰ। ভাটৌৰ অ'বিহনে তেওঁলোক থাকিব নোৱাৰে। বেকামুৰাৰ অনুগ্ৰহত এটা ভাটৌ পোৱালি আহিল আৰু তেঁৱেই তাৰ ইনচাৰ্জ বা তত্বাৱধায়ক নিযুক্ত হ'ল।

কালফুৰা সঁফুৰা আৰু বেকামুৰা ঠন্ ধৰি উঠাৰ লগেলগে ভাটৌ পোৱালিৰো পৰিবৰ্দ্ধন আৰু পৰিতোষ হ'ল। এমাহ দুমাহ কৰি ত্ৰিবেণী সঙ্গমৰ শীতল ছাঁত ভাটৌৱে ছমাহ কাল কটালে। কিন্তু দুখৰ বিষয় সি কেৱল এটা মাতহে মাতিব পৰা হ'ল "বাঃ বাঃ কেনেমজা" এই টোৱেই হ'ল ভাটৌৰ নেচনেল এন্থেম। সময় নাই, অসময় নাই, দুপৰ নাই, গধুলি নাই, কেৱল "বাঃ বাঃ কেনেমজা" কৰি ভাটৌৱে চিঞৰি উঠে। হেজাৰ চেষ্টা কৰিও তাক আন মাত কথা শিকাব নোৱাৰিলে।

এবাৰ কিবা এক অপৰাধত এই ব্ৰহ্মা বিষ্ণু মহেশ্বৰ ত্ৰিশক্তিৰ ওপৰত ১৪৪ ধাৰা জাৰি কৰা হ'ল। কিন্তু তাকে অগ্ৰাহ্য কৰি তেওঁলোকে পুনৰ চিভিল ৰাৱৰ আয়োজন কৰাত কালফুৰা সঁফুৰাৰ দেউতাকে বা বেকামুৰাৰ ককাদেউতাকে ধৰি লৈ পেন্দা কিলেৰে তহিলং কৰিলে। ভাটৌচন্দ্ৰয়ো ঠিক

সেই সময়তে "বাঃ বাঃ কেনেমজা" বুলি চিঞৰি উঠিল। সামান্য ভাটৌ এটাই এনেকৈ তিনি বৰমুৰীয়াক প্ৰকাশ্যে অপমান কৰে! একেলগে কালফুৰাৰ গুল্টি, সঁফুৰাৰ ধেনুকাঁড় আৰু বেকামুৰাৰ পিস্তল ভাটৌৰ মূৰ-টোৱাঁই থিয় হ'ল। ভাটৌক প্ৰাণদণ্ডেৰে দণ্ডিত কৰিলে। এৰা, ভাটৌ শ্বহীদ হ'ল।

ইয়াৰ পিছতো বহুত কথা। কালফুৰা সঁফুৰা আৰু বেকামুৰাৰ আজি আৰু সেই "সোণাময় ল'ৰাকাল, উমলি কটালা ভাল" দিন নাই; তেওঁলোকৰ পৃথিবীৰ পুৰণি সাজ এৰি নতুন পৰিবেশ লৈছে।

কালফুৰাই সুখ্যাতিৰ এম, এ, পাচ কৰি অধ্যাপনা আৰম্ভ কৰিছে; সঁফুৰাই এম, বি, বি, এচ., পাচ কৰিছে বুলি খবৰ আহিছে আৰু বেকামুৰা এতিয়া বিখ্যাত উকীল।

সেই বুলি তেওঁলোকৰ শিশুলীলাৰ কথা কাৰোবাৰ মুখত শুনিলে কাকো আৰু কেতিয়াও ক্ষমা নকৰে। সেইহে আপোনাকো কৈছোঁ—কাকো নকব॥

---

ৰেডিত'ত প্ৰচাৰ হোৱা আৰু অলপ সংশোধন কৰি শান্তিদূতত প্ৰকাশ কৰা মোৰ "কুকুৰ" নামৰ ৰচনাখনো ইয়াত যোগ দিয়াৰ ইচ্ছা আছিল। কিন্তু দুৰ্ভাগ্যবশতঃ কপিটো হেৰাল বাবে ইয়াত সংযোগ কৰিব নোৱাৰিলোঁ।

শ্ৰীহৰেন্দ্ৰ দেৱ গোস্বামী
ৰচনা বালিসত্ৰ ১৯৫৫

অন্ত